অৰুণ গোস্বামীৰ

# ব্যঙ্গ গল্প

আৰু

# অন্যান্য

লয়াৰ্ছ বুক ষ্টল
পাণবজাৰ : গুৱাহাটী-১

A collection of Satirical Stories written by Arun Goswami and published by Khagendra Narayan Duttabaruah, Lawyer's Book Stall, Panbazar, Guwahati-781001.

প্ৰথম প্ৰকাশ, এপ্ৰিল, ১৯৯৭

মূল্য : ৪০্ টকা

ডিটিপি
স্বস্তিকা প্ৰিণ্টাৰ্ছ
উলুবাৰী, বৰঠাকুৰ মিল ৰ'ড
গুৱাহাটী ৭৮১০০৭

ছপা ঃ
জলি আৰ্ট প্ৰেছ
৭/১এ, জাষ্টিস মন্মথ মুখাৰ্জী ৰো
কলিকাতা-৭০০ ০০৯

অতি সন্তৰ্পণে তাঁতত ফুল বছাদি নিৰবে
গল্প লিখি থকা প্ৰণতি গোস্বামীক

অৰুণ



# সূচীপত্ৰ

# আধাৰশিলাৰ তদন্ত

জয়পুৰ প্ৰদেশৰ মুখ্যমন্ত্ৰীৰ কাণ সমনীয়া ভায়েকক দেশৰ মানুহে মুখ্য মন্ত্ৰীতকৈয়ো বেছি দৰ কৰে। কাণখোৱা আহিছে বুলি ভয় খুৱাই তাহানি যশোদাই কৃষ্ণক শুৱাব পাৰিছিলনে নাই ক'ব নোৱাৰি কিন্তু আজিকালি কাণখোৱা আহিছে বুলি কোনো ল'ৰা-ছোৱালীকে শুৱাব নোৱাৰি, পিছে মুখ্যমন্ত্ৰীৰ ভায়েক আহিছে বা আহিব বুলি ক'লে উচ্চপদস্থ চৰকাৰী বিষয়াও আনকি মহি থকা চকীতে আল মোকোটা খাই পৰিব খোজে আৰু সঘনে ইউৰিনেললৈ অহা যোৱা কৰে। বিভাগবোৰৰ মহকুমা বিষয়া বা জিলা বিষয়াবোৰৰ কথা নক'লেও চলে, কাৰণ জিলাধিপতিয়েই তেওঁক নিজৰ চকী এৰিদি প্ৰতিটো বাক্যৰ মাজত চাৰিবাৰ ছাৰ বুলি কয়। প্যাকৃততে ককায়েক জয়পুৰ প্ৰদেশৰ মুখ্য মন্ত্ৰী হোৱাৰ আগতে তেওঁৰ ভায়েক আলিমহৰী জাতীয় চাকৰি এটাহে কৰি আছিল। আৰু ককায়েক মুখ্যমন্ত্ৰী হোৱাৰ কিছু আগে আগেহে তেওঁৰ এখোপ পদোন্নতি হৈছিল। ককায়েক মুখ্যমন্ত্ৰী হোৱাৰ পাছত তেওঁ সৰ্ব্বশক্তিমন্ত হৈ পৰে আৰু তেতিয়া তেওঁতো কি চাকৰি কৰি আছিল সকলোৱে পাহৰি পেলালে। মানুহে তেওঁক জয়পুৰ প্ৰদেশৰ কাৰ্য্যকৰী মুখ্যমন্ত্ৰী বুলি গুণ গুণায়, ফুচ ফুচায়। তেওঁৰ ইচ্ছাতে ওপৰ মহলাৰ চাকৰিবো নিযুক্তি, পদোন্নতি আৰু বদলি হৈছিল বাবে তেওঁৰ ওচৰত বৰ কদৰ। মুখ্যমন্ত্ৰীৰ নামত থকা যাৰখন গাড়ীৰ যিখনকে ইচ্ছা কৰে সেইখনকে তেওঁ চলাব পাৰে। কোনোবা বিভাগৰ ওপৰৱালা বিষয়াক বদলি কৰি তেওঁৰ গাভক পৰিয়াৰ আৰু গাভৰু কন্যাক গাড়ী চলাবলৈ শিকাব পাৰে।

তেওঁ ইচ্ছামতে মদ খাব পাৰে। ইচ্ছামতে দেশ বিদেশ ফুৰিব পাৰে। তেওঁ ইচ্ছামতে ৰাজহুৱা ভাবে কোনোবা খুড়া সাংবাদিককো গাড়ীৰে খুন্দিয়াই মাৰিব বুলি ক'ব পাৰে। তেওঁৰ এনেবোৰ কাৰ্য্যৰ যদি ক'ৰবাত কোনোবা বাতৰি কাকতত এশভাগৰ এভাগো ওলায়, লগে লগে দূৰভাষ যন্ত্ৰৰ যোগেদি সেই কাকতৰ সম্পাদকক প্ৰাণে মৰাৰ সতৰ্কবাণী দিয়ে। নকৰে, কোনেও নকৰে। জয়পুৰ প্ৰদেশৰ বিমানবোৰ ৰাতৰি কাকত ওলায় ভাৰ দুখন নে তিনিখনৰ বাবে সকলোবোৰ বাতৰি

কাকত আলোচনীয়েই এগুৰবচনৰ গল্পটোৰ নাণ্ঠ বজাৰ পাছে পাছে বজাই দিব্যবক্ষ পিন্ধিছে বুলি হাত চাপৰি বজাই যোৱা বাইজৰ দৰে মুখ্যমন্ত্ৰীৰ গুণ গৰিমা বখনি ফুৰে। সেই চাৰণ গায়ক সকলৰ মাজত একালৰ বিপ্লৱী সমাজবাদী দলৰ প্ৰাক্তন সদস্য সম্পাদকো আছে।

সেয়ে কাৰ্যকৰী মুখ্যমন্ত্ৰী বুলিলে চৰকাৰী চাকৰিয়ালসকল হাতত দুডাল বেট লৈ ক্লাছত সোমোৱা কাচা অক্ষৰ মাষ্টৰক দেখা ক্লাছ ফাইভ ছিক্সৰ ল'ৰা হোৱালীৰ দৰে কঁপিবলৈ ধৰে। সেয়ে ঘনে ঘনে লেভেটৰীলৈ যাব লগা হয়। দহে ক'ব পাৰে যে গাঁও পঞ্চায়ত কাৰ্য্যালয়ৰ বাৰ-চৌদ্ধ মাহেও দৰ্মহা নোপোৱা কেৰেণী চাকৰী কৰা বাপেকৰ পুতেক দুটা এটা জয়পুৰ প্ৰদেশৰ মুখ্যমন্ত্ৰী আৰু এটা কাৰ্য্যকৰী মুখ্যমন্ত্ৰী হোৱাৰ চাৰি মাহৰ ভিতৰতে গাঁৱত পাছ লাখ টকীয়া ঘৰটো কেনেকৈ হ'ল ? কেনেকৈ হ'ল তাৰ ছমাহৰ পাছত মহানগৰত মাটি আৰু দালান। কেনেকৈ হ'ল তেওঁলোকৰ নামত তিনিখন চাহৰ বাগান। কেনেকৈ হ'ল স্বৰ্গৰ অম্ৰাৱতী হেন ঠাইত কোটি টকীয়া মূল্যৰ মাটি! ক'লেই হ'বনে ? তাততো তেওঁলোকৰ দোষ নাই। দিয়াই দিছে কৰাই কৰিছে, অনাই আনিছে— তাত তেওঁলোকৰ কি দোষ ?

ৰাজপথত পৰি থকা হাতীৰ গোবৰৰ দম এটাৰ যেনেকৈ কোনো মূল্য নাই, এই মুখ্যমন্ত্ৰীজন জয়পুৰ প্ৰদেশৰ মুখ্যমন্ত্ৰী হোৱাৰ দুবছৰমান আগলৈকে একেধৰণেৰেই মূল্যহীন আছিল। তেওঁ যাদুকৰৰ পৰা ভেল্কীবিদ্যা শিকিছিল, ঐন্দ্ৰজালিকৰ দৰে তেওঁ মানুহৰ চকুৰ আগতে গোবৰক সোণ কৰি দেখুৱাইছিল। মানুহক বান্দৰ কৰি দেখুৱাইছিল, হাতীক মচ্চৰ কৰি দেখুৱাইছিল, মেকুৰীক বাঘ কৰি দেখুৱাইছিল আৰু বাঘক মেকুৰী কৰি দেখুৱাইছিল। সৰ্ব্বকালৰ বাবে জয়পুৰ প্ৰদেশৰ তেৱেঁই শ্ৰেষ্ঠ যাদুকৰ বুলি পৰিগণিত হ'ল।

তেওঁৰেই ভায়েক কাৰ্যকৰী মুখ্যমন্ত্ৰী এবাৰ সৰু নগৰৰ পাব্লিক হেল্থ চেন্টাৰ এটা উদ্বোধন কৰিবলৈ গৈছিল। মহকুমাৰ এছ, ডি এমকে আদি কৰি টাউন কমিটিৰ নিয়োজিত চেয়াৰমেন (নিৰ্বাচিত নহয়) সকলো ব্যস্ত হৈ পৰিল, কাৰ্যকৰী মুখ্যমন্ত্ৰীৰ এই আগমনৰ উদ্দেশ্য কোনোও গম নাপালে। এবাৰ এটা ডাকবাংলাত এগৰাকী সুন্দৰী নাৰ্ছক এখেতে কিছুসময়ৰ বাবে লগ পাইছিল। সেই দিপ্লিপে এই প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰটোতে চাকৰি কৰে। তেওঁকেই চাবৰ বাবে কাৰ্যকৰী মুখ্যমন্ত্ৰীৰ অদম্য ইচ্ছা হ'ল। সেয়েই আহিছে। চিভিল এছ ডি অ' টাউন কমিটিৰ দেখিলেই মেয়ৰ মেয়ৰ যেন লগা চেয়াৰমেন, পাব্লিক হেল্থৰ এছডিঅ', পি ডব্লিউ ডি, ইএণ্ডডিৰ এছ ডিঅ', ডাক্তৰ সকলে সত্ৰাধিকাৰক গায়ন বায়নেৰে আদৰি নিয়াৰ দৰে কাৰ্যকৰী মুখ্যমন্ত্ৰীক আগে আগে লৈ গৈছে। পুৰণা হচপিটেলখনৰ কাৰ্যালয়টো পাবলৈ কেইনজমান থাকোতেই হঠাত কাৰ্যকৰী মুখ্যমন্ত্ৰী ৰ'ল। ইঞ্জিন থমকি ৰ'লে পিছৰ ডবাবোৰ থমকি যোৱাৰ দৰে মুখ্যমন্ত্ৰীৰ ভায়েকৰ পিছত সমদলটো থমকি ৰ'ল।

সমুখৰ আধাৰশিলা স্থাপনৰ নামফলক স্তম্ভটোলৈ থৰ হৈ চাই আছে। পাচফুট ওখ তিনিফুট বহল স্তম্ভটোৰ ওপৰত সকলোৰে চকুৰ দৃষ্টি টৰ্চলাইটৰ পোহৰৰ দৰে পৰিল। ত্ৰিশখন বিচনা যুক্ত এখন হচপিটেলৰ আধাৰশিলা স্থাপনৰ পকালিপি সেই স্তম্ভটো। শ্ৰেষ্ঠ যাদুকৰজন মুখ্যমন্ত্ৰী হোৱাৰ চাৰিমাহৰ পাছতেই এইটো আধাৰ শিলা স্থাপন কৰা হৈছিল। পকালিপিৰ স্তম্ভটোও তেতিয়াই স্থাপন কৰা হৈছিল। যোৱা চাৰে চাৰি বছৰ সেই স্তম্ভটো মুকলি পথাৰখনত উঁইহাফলুৰ দৰে অকলে থিয় হৈ আছে। অগনন প্ৰজাৰে ঠাহ খাই থকা সেই সভাত কটাৰীনলীয়া টাউন কমিটিৰ চেয়াৰমেন তথা চৰকাৰী দলৰ আঞ্চলিক সভাপতি গৰাকীয়ে প্ৰায় আধাঘণ্টা মান মুখ্যমন্ত্ৰীৰ গুণবাজিৰ গায়ন গোৱাৰ পাছত কৈছিল যে অহা ছমাহৰ ভিতৰত এই অঞ্চলে এখন ত্ৰিশখন বিচনা যুক্ত হচপিটেল পাব। ছমাহৰ পাছত ইয়াত ৰোগী থাকিব পাৰিব। ঘৰ দুৱাৰ আচবাব পত্ৰ, ডাক্তৰ নাৰ্ছ সকলো পৰিপূৰ্ণ হ'ব। পিছে যোৱা চাৰে চাৰিবছৰত কটাৰীনলীয়া চেয়াৰমেনৰ চেহেৰা ছাল কোমোৰাটো যেন হ'ল, কটাৰীনলীয়া চেয়াৰমেনৰ উকথা পঁজাটো কৃষ্ণৰ ওচৰৰ পৰা ঘূৰি আহি বেদনিধি বামুনে পোৱা ঘৰটোৰ দৰে হ'ল, কিন্তু ত্ৰিশখন বিচনা যুক্ত হচপিটেলখনৰ চেহেৰা এবাৰ স্তম্ভটোহে হৈ ৰ'ল।

এতিয়া সেই স্তম্ভটোৰ ওচৰতে মন্ত্ৰীভাতৃ স্তব্ধ হৈ ৰ'ল। ওচৰত থকা সকলোৰে স্নায়ুবোৰ যেন মৰা কেচু হ'ল, মাত্ৰ বুকুৰ ঢপ ঢপনিহে বলিকটীয়া ছেওত বজা ঢবাৰ দৰে বাজিবলৈ ধৰিলে।

"এই আধাৰ শিলা কোনে স্থাপন কৰিছিল ?" যেৰেকণিৰ শব্দৰে তায়েকে সুধিলে? কেইবাৰো সেপ গিলি, মুৰ খজুৱাই, মুখ মোহাৰি, চকু পিৰিকিয়াই, হাতখন বুকুলৈ আনি চেয়াৰমেনে ক'লে, 'ছাৰ মাননীয় মুখ্যমন্ত্ৰী দেৱে।"

"তেনেহ'লে এই অৱস্থা কিয় ? নিশ্চয় ইয়াত কোনোবা দেশদ্ৰোহী, প্ৰতিক্ৰিয়াশীল, বদন চিপি এম বা সন্ত্ৰাসবাদী আছে।" ভায়েকে কৈ চাৰিওফালে বঙা চকুহাল ঘূৰালে।

"নাই নাই আগৰ পৰা কিনিছ কৰি অহাই হৈছিল কিন্তু গৱৰ্মেণ্ট ফৰ্ম কৰাৰ এসপ্তাহৰ ভিতৰত অৱশিষ্ট যিকেটা আছিল সেই আটাইকেউটাকে নিৰ্মূল কৰা হ'ল। ইয়াত বিৰোধী কোনো নাই মাননীয় মুখ্যমন্ত্ৰী ছাৰে জানে নহয়।" চেয়াৰমেনে সলসলীয়াকৈ ক'লে।

"কিজানি ছাৰ কোনোবা কংগ্ৰেছ আইৰ"

"নাই নাই নহয়, আমি মানুহক দেখুৱাই ক'লেও কংগ্ৰেছ আৰে আজিলৈকে আমাক একো অসুবিধা দিয়া নাই আমিও দিয়া নাই। তেওঁলোকে তেনে কাম নকৰে। আৰু সঁচা কথা ক'বলৈ হ'লে আমি তেওঁলোকৰ চোকা হৈ আছো আৰু তেওঁলোক আমাৰ চোকা হৈ আছে।" ভায়েকে ক'লে।

"দেখা নাই। আপোনালোকৰ আজিলৈকে চকু পৰা নাই। ইমান দায়িত্বহীননে ? কোকৰাঝাৰলৈ ট্ৰেন্সফাৰ কৰিলে হে দায়িত্ব বুজিব। মুখ্যমন্ত্ৰীৰ নামটো নামফলক খনত আছেনে ? স্তম্ভটোত মুখ্যমন্ত্ৰীৰ নামটো লিখা আছিল নহয়, কোনে মোহাৰি পেলালে।" দুৰ্ব্বাশাৰ বচন কোৱাদি ক'লে মুখ্যমন্ত্ৰীৰ ভায়েকে। তেতিয়াহে সকলোৱে মন কৰিলে যে হয়, বাকী সকলোবোৰ কথা লিখা আছে, মাত্ৰ মুখ্যমন্ত্ৰীৰ নামটো নাই। নামটোৰ আগৰ "মাননীয় শ্ৰীশ্ৰীলৈকে" আৰু শেষৰ "দেৱে"লৈকে আছে— মাজৰ নামটোৰ নটা আখৰ নাই। মচ খাই গ'ল। জেগাডোখৰ কিবা ৰঙচুৱা হৈ আছে। পুতলাৰ চকুৰ দৰে কোনেও চকু জপাবই নোৱাৰা হ'ল।

কোনোবাই ইচ্ছা কৰি নামটো মছি পেলাইছে। নিশ্চয় প্ৰতিক্ৰিয়াশীল মহলৰ কাম। কোনোবা বদন আছে ইয়াত। কি আচৰিত কথা— বাকীসকলোবোৰ কথা আছে— মাত্ৰ মাজৰ নামটো নাই। যদিহে ইচ্ছাকৃত নহ'লহেঁতেন গোটেই কথাখিনিকে মোহাৰি পেলাব লাগিছিল। নিশ্চয় ইচ্ছাকৃত আৰু পূৰ্ব্বপৰিকল্পিতকাবে নামটো ইচ্ছা কৰি মোহাৰি পেলোৱা হৈছে। মোৰ বাবেই বুলি কোৱা নাই ইট ইজদি পেচ্‌টিজ অৱ দি চিফ মিনিষ্টাৰ অৱ দি ইচ্‌টেট। দু-ইউ নট থিং দেট হি দুনণ্ট টেক ডিচিপ্লিন একচন এগেইন ইউ। এখন দেশৰ মুখ্যমন্ত্ৰীৰ সন্মান জৰিত থাকে। একচন ল'ব লাগে। আৰু চাৰিওফালে ইমানবোৰ কোৱাৰ্টাৰ থাকোতে দিনে ৰাতিয়ে হচপিটেল এখন চলি থাকোতে কেনেকৈ নামটো মোহাৰিবলৈ দুষ্কৃতিকাৰীয়ে সাহস কৰিলে।" তলত দপ্ দপাই জুই জ্বলাই দিয়া ফেলাইত কুঁহিয়াৰৰ ৰস উতলাদি উতলিবলৈ ধৰিলে ভায়েক। হাতে হাতে ধৰা পৰি পুলিচৰ হাতত কাণতলীয়া চৰ খোৱা পকেটমাৰৰ দৰে মুখ্যমন্ত্ৰীৰ ভায়েকৰ খণ্ডত সমবেত সকলো নিথৰ নিমাত। কি বুধি কৰা যায় এতিয়া। চেয়াৰমেনেই বুধিটো দিলে।

ঠিকেই, এমাহৰ ভিতৰত তদন্ত কমিটিৰ ৰিপোৰ্ট দাখিল কৰিব লাগিব আৰু ৰিপোৰ্ট দাখিল কৰাৰ দিনাই দোষীক কাৰায়ত্ব কৰিব লাগিব। মনত ৰাখিব এইটো কথাত মোৰ ককাই বা মুখ্যমন্ত্ৰীৰ মান সন্মানৰ প্ৰশ্নই অকল নাই— গোটেই দলটোৰ প্ৰশ্ন জৰিত হৈ আছে। কাৰণ ইলেকচন আহি আছে।" কাৰ্যকৰী মুখ্যমন্ত্ৰীয়ে আদেশৰ সুৰত নহয় আদেশ দিয়েই ক'লে।

আৰু তাৰ পাছদিনাই টাউন কমিটিৰ চেয়াৰমেনক সভাপতি স্বৰূপে লৈ পাচজনীয়া তদন্ত কমিটী এখন গঠিত হ'ল। তাত পুলিচৰ মানুহ, ডাক্তৰ, সমাজকৰ্মী ভেটেনেৰী চাৰ্জনকো অন্তৰ্ভুক্ত কৰা হ'ল।

তদন্ত কমিটিয়ে বিভিন্ন দৃষ্টিকোণৰ পৰা তন্ন তন্নকৈ পৰীক্ষা কৰিলে। প্ৰায় ডেৰশমান মুনিহ তিৰুতাক সাক্ষ্য ল'লে। ভিন ভিন ৰাজনৈতিক দলৰ প্ৰতিনিধিক লগ কৰিলে। অঞ্চলটোত বাসকৰা বিভিন্ন জনগোষ্ঠীৰ প্ৰতিনিধিক লগ কৰিলে, মতামত ল'লে। বিভিন্ন সন্থাৰ কাষ চপা হ'ল। প্ৰগতিশীল নাটক কৰিবলৈ গৈ চুলাইমদৰ

নিচাত সেই স্তম্ভৰ তলতে পৰি থকা নাট্যকাৰ নাট পৰিচালক অভিনেতাক লগ ধৰা হ'ল। কেৱল অমুকুত চোৰৰ ঘিটৃ ঘিটনি আৰু এমএলএ, মন্ত্ৰীৰ বক্তৃতাকে সংবাদ কৰি কাগজলৈ পঠোৱা নিজৰ মতেৰে দুৰ্দ্ধৰ্ষ সাহসী সাংবাদিককো লগ কৰা হ'ল। স্থানীয় কিবা সভাৰ স্মৃতি গ্ৰন্থত কবিতা গল্প লিখি ঘৰে ঘৰে সেই স্মৃতিগ্ৰন্থ জোৰ জবৰদস্তি গেলামাছ বেচাদি বেচা নিজৰ মতেৰে ডাঙৰ সাহিত্যিকক লগ কৰা হ'ল। সাহিত্য সভাৰ দৰে অৰাজনৈতিক অনুষ্ঠানৰ শাখা সভাই অধিবেশন পাতি সেই উপলক্ষে প্ৰকাশ কৰা স্মৃতি গ্ৰন্থত সাতজন মন্ত্ৰীৰ বাণী ছপা কৰিব পৰা সম্পাদক জাতীয় নাগৰিকক লগ ধৰা হ'ল। কিন্তু লাভ নহ'ল। কোনেও একো সমাধান দিব নোৱাৰিলে। পকা স্তম্ভটোৰ পৰা কোনেও কটাৰীৰে চুৰকি বা কিহবাৰে চাঁচি মুখ্য মন্ত্ৰীৰ নামটো একেবাৰেই পেলোৱা নাই। কাৰণ তেনে কৰা হ'লে নামটো থকা ঠাইখন খহতা হৈ থাকিলেহেঁতেন। কিবা নহয় কিবা এটা চিন থাকিলেহেঁতেন। এতিয়া জেগাডোখৰ বৰিক পাউডাৰ দিয়া কেৰমবৰ্ডৰ দৰে মিহি হৈ আছে। গোটেই ফলকখনত বাকী সকলোবোৰ আখৰ অবিকল আছে মাত্ৰ মুখ্যমন্ত্ৰীৰ নামৰ আখৰ কেইটা মচ খাই গ'ল। এমাহ হ'বলৈ বেছিদিন নাই। ইয়াৰ ভিতৰতে তদন্ত ৰিপোৰ্ট দাখিল কৰিব নোৱাৰিলেও প্ৰস্তুত কৰি উলিয়াবই লাগিব। নহ'লে চৰকাৰী চাকৰিয়ালসকলৰ য'ত ত'ত ট্ৰেন্সফাৰ হোৱাটো নিশ্চিত আৰু ৰাইজৰ প্ৰতিনিধি সকলে টিকটকে আদি কৰি সকলোবোৰ পদবী খিতাপৰ পৰা বঞ্চিত হ'ব লাগিব ঠিক তেনেতে—

ফুটুকাতলিত বাঘ থকা কাথটো প্ৰমাণিত হ'ল। কোনেও গুৰুত্ব আৰোপ নকৰা তথাকথিত সাধাৰণ মানুহ এটাই কথাটো অৰ্থাৎ মুখ্যমন্ত্ৰীৰ নামটো ফলকখনৰ পৰা নোহোৱা হোৱা কথাটোৰ কাৰণ উলিয়াই প্ৰত্যক্ষভাৱে প্ৰমাণ কৰি দেখুৱালে। মানুহটো ভেটেনেৰী হচপিটেলৰ ফিল্ড ওৱাৰ্কাৰ— নিচেই সাধাৰণ চতুৰ্থ শ্ৰেণীৰ চাকৰিয়াল। তেওঁহে কথাটো প্ৰমাণ কৰি দেখুৱালে। লটাৰীৰ টিকটত লাখ টকা লাভ কৰা মানুহৰ দৰে অথবা শাসকীয় দলৰ পৰা এমেলেৰ টিকট লাভ কৰা প্ৰাৰ্থীৰ দৰে কমিটিৰ সদস্য সকলৰ মুখ উজ্জ্বল হৈ পৰিল। শুক্লপক্ষৰ দ্বাদশীৰ জোনটোৰ দৰে তেওঁলোকৰ মুখবোৰ আলোকিত হ'ল। তেওঁলোকৰ অন্তৰবোৰ কাজি জগা গৰু পোৱালীৰ দৰে উলাহত জপিয়াই উঠিল।

পশুচিকিৎসা বিভাগৰ ফিল্ড ওৱাৰ্কাৰ বা ক্ষেত্ৰ কৰ্মীৰ কথামতে তদন্ত কমিটিৰ সদস্য কেইজনে একেৰাহে তিনিদিন প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰৰ মুখ্য বিষয়াৰ কোঠাতে মেলা খিড়িকীৰে স্বচক্ষে চাই দেখিলে হয় তেওঁ কোৱা কথাটো সত্য।

কথাটো হ'ল প্ৰতিদিনে আবেলি বৰষুণ বতৰ নহ'লে মুকলি ফিল্ডখনত কুৰি পাঁচশটামান কুকুৰ গোট খায়হি। গোট খাই সিহঁতে চীজন হ'লে সৃষ্টি কামত লিপ্ত হৈ কামোৰা কামুৰি কাজিয়া কৰে। নহ'লে এনেয়েও কুকুৰবোৰ আবেলি ফিল্ডখনত গোট খায় আৰু দুৰ্ব্বাদল কাজিয়া কৰে। আৰু প্ৰতিটো কুকুৰেই দৌৰি গৈ

বাওঁ ঠেংটো দাঙি মুখ্যমন্ত্ৰীৰ নাম থকা ঠাই ভোৰৰতে কাম কেৰা কৰে।

যদিহে চাৰে চাৰিবছৰে কুকুৰকুলে এই কৰ্মকে একে ঠাইতে কৰি থাকে, নামটো মচ খাই নাযাবনে ? নিশ্চয় যাব।

“নিশ্চয় যাব— কাৰণ কুকুৰৰ ইউৰিন বৰ খাৰুৱা। একেবাৰে তিনিদিন ইউৰিন কৰা ঠাইবোৰৰ বন জ্বলি যায়।” বিজ্ঞৰ দৰে পশু বিশেষজ্ঞ পশু চিকিৎসকজনে মন্তব্য কৰিলে।

তাৰ পাছত তদন্ত কমিটিৰ সদস্যকেজনে তদন্তপ্ৰতিবেদনৰ তলত চহী কৰিবৰ কাৰণে একেটা কলমকে টনা আজোৰা কৰিলে। ☐

(১৯৯০)

# স্বজাতি

ক'বলৈ গ'লে গণকিংকৰ নাথ যোৱা চাৰিদিন সঙ্কটত পৰিছিল। গণকিংকৰ নাথ প্ৰাথমিক বিদ্যালয়ৰ শিক্ষক আছিল। পাঁচ বছৰ হ'ল অৱসৰ পালে। শিক্ষক হিচাপে তেওঁৰ যোৱা দুকুৰি বছৰীয়া চাকৰিৰ জীৱনত একো বদনাম নাছিল। বানপানীয়ে গচকা গাঁৱৰ স্কুল। তিনিমাহমান গাওঁখনৰ লগতে স্কুলখনো পানীত কঁকাললৈকে সোমায় থাকে ঠিক যেন পানীত বুৰ মাৰিবলৈ নাওত ধৰি বৈ থকা যাৰ-তেৰবছৰীয়া ল'ৰাটো। গতিকে বৃত্তি বছৰে বছৰে নাপায়। বছৰে বছৰে মানে মুঠতে সাতবাৰমানহে বৃত্তি পাইছে। চাকৰি জীৱনত এনে বহুত সংঘাট আছিল টলাব পৰা নাছিল। কিন্তু যোৱা চাৰিটা দিনে মানুহটোক কুমাৰণীয়ে বিল্লা পইতাচোৰাটোৰ দৰে ৰৰমাৰ কৰি ৰাখিছে। অথবা আধুনিক উপমাৰে মন্ত্ৰীৰ কাটি লোৱা ডেকাটোৰ দৰে ৰৰমাৰ কৰি ৰাখিছে বুলিও ক'ব পাৰি। অথবা মুখ্যমন্ত্ৰীৰ ভৰিত তেল মালিচ কৰাৰ পাছতো নতুন চাৰ্কোলত মন্ত্ৰীৰ তালিকাত নাম নোসোমোৱা ডেকা বিধায়কজনৰ দৰে।

তেওঁ যাব কেনেকৈ? কি বুলি যাব! জানি শুনিওনো কোনোবাই গেলা পচা পায়খানাৰ গাত এটাৰ ওচৰত আৰামী চকী লৈ বহিবনে? কথাটো ক'বলৈ গ'লে তেনেকুৱাই হৈছে। গণকিংকৰ নাথৰ ক্ষেত্ৰত আকৌ গেলাত টেঙা দিয়া কথাষাৰো খাটিছে। তেওঁৰ বুঢ়ীজনীৰেও অৰ্থাৎ সিহঁতৰ মাকেও সেই যোৱা দোমাহাদি একেটা কথাকে ধৰি আছে।

কথাটো আন্ত তেনেকৈ একো নহয়। নাথৰ ল'ৰা-ছোৱালী আছিল পাঁচটা। চাকৰি থকাৰ কালতে তিনিজনী ছোৱালীকে বিয়া দিলে। কিন্তু ল'ৰা দুটা! ডাঙৰটো [illegible] আছিল। কিন্তু বি.এ পাছ কৰিলে একে ঠেকতে। গণকিংকৰ [illegible]

মতে আন্দোলনৰ নেতাবোৰে পাছ্ কৰাদিয়েই কৰিলে। নহ'লে একেবাৰে কিতাপ নেমেলাকৈ কোনেও বি.এ. পাছ্ কৰাৰ কথা তেওঁ শুনা নাই। পিছে মাষ্টৰৰ সহকৰ্মী এজনেহে ক'লে বোলে তোমাৰ মোৰ ল'ৰাই আজিকালি ঘৰতহে কিতাপ নেমেলে পৰীক্ষা ঘৰত নিয়মিত কিতাপ মেলে নহয়। দেশৰ স্বাৰ্থত জাতিৰ স্বাৰ্থত প্ৰফেছাৰসকলেও নধৰে। বৰঞ্চ ইটোৰ ওচৰৰ পৰা আহি সিটোক কয়হে বোলে ২১৬ পৃষ্ঠাত আছে। কেলেই সেই ভোলা বৰুৱা প্ৰফেছাৰটোৱে ইটো হলৰ পৰা সিটো হললৈ কেবল এইটো কামকে কৰি থাকে। পিছে ল'ৰাহঁত অকৃতজ্ঞ নহয়। চৰকাৰ হোৱাৰ পাছত তেওঁক স্থানীয় বহুত বাব দিলে নহয়। ভোলাৰ এতিয়া বহুত ভাৰ আছে।

অ' তেনেহ'লে ল'ৰাই আজিকালি ঘৰতহে কিতাপ নেমেলে— পৰীক্ষাৰ ঘৰত নিয়মিত মেলে। পিছৰটো ল'ৰা চিধা। ককায়েকৰ ভাষাত বেলপুং। লাঠি। আজিকালিনো পৰীক্ষাত পাছ্ কৰিবলৈ ইমান চিৰিয়াচ হ'ব লাগেনে। ককায়েকৰ যুক্তি আছে চালা কিতাপ নেমেলাকৈয়ে অনাৰ্ছসহ পাছ্ কৰিলোঁ। পিছে অনাৰ্ছসহ পাছ্ কৰি ল'ৰা প্ৰথম দুবছৰ মান নতুন চোলা-কাপোৰ পিন্ধি বিজয়া দশমী চাবলৈ যোৱা দহ-এঘাৰ বছৰীয়া ল'ৰাৰ দৰে কিবা উৎসাহত, কিবা আনন্দত জপিয়াই ফুৰিছিল। যেন দেশৰ সকলোৱে তাকেহে সুধি কামবোৰ কৰিব। লগৰে এটা গৈ মন্ত্ৰী হ'লগৈ। কিছুদিন এনেকুৱা হ'ল যে দিচপুৰত থকাটোতকৈ পানী গাঁৱত থকাকেইটাৰ ক্ষমতা বেছিহে হ'ল। পিছে এনেকুৱা মন্ত্ৰী চৰণীয়া পথাৰৰ গৰুৰ পালৰ দৰে যেতিয়া য'তে ত'তে পালে পালে ওলাবলৈ লাগিল বিপদ তেতিয়াহে হ'ল। কোনে কাৰ ওপৰত ক্ষমতা খটুৱাব। কোনে কাক মানিব।

লাহে লাহে মদৰ নিচা ফাটি যোৱা লঘোণীয়া পেটৰ মানুহৰ দৰে পিছৰ দুবছৰ ঢলং পলং কৰিবলৈ ধৰিলে। মূৰ আচম্ৰাই কৰিলে! যেতিয়া পাটচলাৰ পণ্ডিত বাপেকো ৰিটায়াৰ হ'ল তেতিয়া বপুৰা টিকনি ছিগা দেউ হৈ পৰিল। কোন কুলত পৰিব। বিজিনেচ। চাকৰি কিবা এটা লাগে। এবাৰ বোলে কেইটামানে গোটখাই মন্ত্ৰীক লগ কৰিছিলগৈ। পিছে মন্ত্ৰীয়ে বোলে চিনেই পাহৰিলে। বহুত চিনাকি দিয়াৰ পাছতহে বোলে মনত পৰাৰ নিচিনা লাগিল। দোষ নাই। চিনি পাব কেনেকৈ? চেহেৰা পাতি একে থাকিলেহে চিনি পাব। সিহঁতজাক গাভিনী গাহৰীৰ দৰে দিনকদিনে শকত হৈ গৈছে এইজাক চেৰেলা কুকুৰৰ দৰে দিনে দিনে শুকাই গৈছে। এতেকে কোনে কাক চিনে।

গণকিংকৰ নাথৰ বিপদটো তাতে হ'ল। বুকত হেনো কেৰেণীৰ চাকৰি দুটা ওলাইছে। এটাই বোলে সম্ভৱত মন্ত্ৰীৰ আপোনেই হব অথচ নগদ ন হাজাৰ দি চাকৰিটো বন্দবস্ত কৰিলে। মন্ত্ৰীৰ আপোন বুলিহে ন হাজাৰত হ'ল। তাকো যাকে দিছে ক'লেগৈ। এতিয়া অনাৰ্ছ গ্ৰেজুৱেটক লাগে পোন্ধৰ হাজাৰ। অৱসৰপ্ৰাপ্ত

পাটচলাৰ পণ্ডিতক কুটুৰি আছে। বুঢ়াই বোলে, হেৰ' বিটায়াৰ হওঁতে যিকেইটা পাইছিলোঁ যোৱা পাচ বছৰত লোণ-তেল কাপোৰ-কানিত শেষ। পেন্সনটো কেতিয়া হয় ঠিক নাই। লগৰ দুজনমান মৰিও গ'ল পেন্সন নাহিল। তেনেহ'লে। ল'ৰাই ক'লে বোলে দেউতা আপুনি পঢ়ু উৱা ল'ৰা যেতিয়া নিজেই যাওক। সেইটো কথাতে খোপনি ধৰি মাক-পুতেক হালেই আজি চাৰিদিন গণকিংকৰ নাথক পকমাই বেটি ধৰা আধামৰা মাখি এটাৰ দৰে দিনে ৰাতিয়ে টনা আজোৰা কৰি আছে। গণকিংকৰ নাথ বাস্তৱিকতে পেপুৱা লাগিছে। তেওঁ কেনেকৈ যাব ! নাথে নিজকে সুধিছে পাৰিনে বাক তাৰ ওচৰলৈ যাব !!

তাক জন্মৰে পৰা তেওঁ জানে। চতুৰ্থ শ্ৰেণীত পঢ়োতেই লগৰে ছোৱালী এজনীক নাদৰ পাৰত হেঁচা মাৰি যগৰাই পেণ্ট-ভেণ্ট ফালি-চিৰি আদিম কৰ্মত প্ৰবৃত্ত হৈছিল। ছোৱালীৰ চিএৰত লগৰ এজাকে একমাই দিছিল। গণকিংকৰ নাথে তাক কেৰাই কোবাই দুডাল লেচেকনি চিঙিছিল আৰু মানুহটো ভাগৰি পৰিছিল। হাইস্কুল-কলেজত কৰা কু-কীৰ্তি গণকিংকৰ নাথে নিজে বহুত দেখিছেও, বহুত শুনিছেও। আন্দোলনত লাগি থাকোতে দিনে ৰাতিয়ে দেশপ্ৰেমৰ নিচাত মতলীয়া হৈ থাকোতে কেইজনী ছোৱালীৰ গৰ্ভত কঠিয়া সিচিলে তাৰ লেখ নাৰ্চিংহোমবোৰে সুবিধা পালেই দি থাকে। মন্ত্ৰী হোৱাৰ পাছত অৱশ্যে তাৰ লেখ দিবলৈ বহুতে দৰ কৰা হ'ল। বোৱাৰী বা আদহীয়া মহিলাও তাৰ পৰা সাৰি নাযায়। পৰীক্ষা ঘৰত বোলে জাতিৰ স্বাৰ্থত প্ৰফেছৰেই কিতাপ মেলি প্ৰশ্নৰ উত্তৰটো কোনখিনিৰ পৰা কোনখিনিলৈ লিখিব লাগিব ডটপেনেৰে ফুট দি দেখুৱাই দিয়ে। ফটিকা পানীৰ নিচাত তথাচ ভুল কৰে। কেতিয়াবা বোলে প্ৰফেছৰক কয়হে ছাৰ আপুনিয়েই লিখি দিয়ক। মই চহী কৰি দিম। প্ৰফেছৰে বোলে অন্ততঃ পৰীক্ষাৰ কেদিন পানীটোপা নাখাবলৈ অনুৰোধ কৰে। খোৱা জীয়াৰ লক্ষণ থকা ল'ৰা— আন্দোলন কৰি থাকোতেই বোলে বাঁহৰ ফুটা ওলোৱা বহি পৰা বেৰবোৰ ইটাৰ হ'ল। ওপৰৰ নৰাৰ ছালি টাটা টিনৰ হ'ল। নতুন কৈ ওলোৱা স্কুটাৰ এখন ল'লেহে। মাৰোৱাৰীৰ গোলাত চেলচটেক্স-ইনকমটেক্সৰ কমিছনাৰ গ'লে যিমান আবদাৰ কৰে আমাৰ এইজন নেতা গ'লে তাৰ দহগুণ আব্দাৰ পায়। ঘৰ ভৰি থাকে। মাকে কয়হে বোলে সকতে ইয়াৰ যি স্বভাৱ চৰিত্ৰ দেখিছিলোঁ এনেকুৱা খাটিৰৰ নামী-দামী মানুহ হ'ব বুলি সপোনতো ভবা নাছিলোঁ। বাপেক জীয়াই থকা হ'লে বোলে দেখি বৰ সন্তোষ পালেহেঁতেন। পিছে দুই একে কয় বোলে নহয় বাপেক জীয়াই থকা হ'লে চুইচাইড্ কৰিলেহেঁতেন। কাৰণ কিবা কথাত অমত হ'লেই বাপেকৰজুৰীয়া মানুহকো দেশদ্ৰোহী, যৱন, প্ৰতিক্ৰিয়াশীল, চি.পি.এম বুলি চুলিকোচাত ধৰি থালৰ থালৰ লগায়েই দিয়ে নহয়। বৰ সাহসী সন্তান। সেইকে মাৰপিত কৰোঁতে কৰোঁতে অৰ্থাৎ শুদা হাতেৰে চৰ ঘোচা মাৰোঁতে মাৰোঁতে হাত বিষায় বাবে হাণ্টাৰ এডাল লৈ ফুৰা হ'ল।

তেওঁকেই এমেলেৰ টিকট দিব বুলি শুনি হেনো মত্ত মানুহবোৰে সাহস কৰিব নোৱাৰিলে। মাইকী মানুহৰ দল এটাই গৈ দলপতিক অনুৰোধ কৰিলেগৈ তেওঁক টিকট নিদিবলৈ। দলপতিয়ে নুশুনিলে। শুনে কেনেকৈ ? আন্দোলনৰ কালত বোলে দলপতি নেতা থাকোঁতে তেওঁৰ লগত বহুত নিশা একেলগে আছিল। দিলে, জিকিলো। নিজিকিবলৈ লগৰবোৰে বোলে প্ৰতিজ্ঞাই কৰি কামত হাত দিছিল। ভোটৰ দিনা বোলে লগৰবোৰে গড়ে তিনিকুৰিকৈ ভোট দিছে গায়ে প্ৰতি। যোগ্য ভোগ্য বসুন্ধৰা। জিকিল— যোগ্যতানুসাৰে মন্ত্ৰীৰ বাব এখনো পালে। মানুহে দোষ নিদিলে কাৰণ মন্ত্ৰী হ'ল বুলিতো আৰু তেওঁ গান্ধীৰ পাথৰৰ মূৰ্তিটো হৈ যোৱা নাই নহয়। তেওঁৰ দেহত তেজ মঙহ সিৰা-উপসিৰা, কামনা-বাসনা সকলো আছে। থাকিবই। গতিকে ছোৱালী জোকোৱা, বা লোকৰ তিৰোতাৰ গাত হাত দিয়া বা দামী বিলাতী সোমৰস পান কৰা কামবোৰ একো অমানবীয় নহয়। মানবীয়। কেতিয়াবা আমনি লাগিলে বিবাহিতা মহিলাৰ গাত হাত দিবলৈ মন যাবই। বৰগীত গাই আমনি লাগিলে বিহুগীত গাবলৈ মন যাবই। সোমৰস খাই কোনে বৰগীত গায়। বিহুগীত। কেতিয়াবা আমনি লাগিলে লগৰ দুই চাৰিৰ লগত বনকেলি কৰিবলৈ মন যাবই। বনত লোকৰ তিৰোতাই থাকক বা নিজৰ তিৰোতাই থাকক, তিৰোতা তিৰোতাই। সকলো তিৰোতাৰে দেহৰ গঠন একেই। বিশ্ববিশ্ৰুত সঙ্গীতকাৰ গায়কেও সেই যুক্তি মানি লৈছে। নোপোৱাবোৰে ভুকিবলৈ ধৰিছে। ভাদমহীয়া অতৃপ্ত কুকুৰে ভুকিবই, স্বাভাৱিক কথা। বনৰীয়া সিংহ, বাঘে গুজৰিও ধ্যানমগ্ন মুনিৰ চকু মেলাব নোৱাৰে, তেনেস্থলত ভাদমহীয়া কুকুৰে ভুকি মন্ত্ৰীৰ মন লৰাব পাৰে ! দেশ-বিদেশে খ্যাতি বৈ বৈ গ'ল— সেই ভুকা কুকুৰজাকৰনে— মন্ত্ৰীৰ।

এতিয়া সেইটো মন্ত্ৰীৰ ওচৰলৈকে গণকিংকৰ নাথ যাব লাগে পুতেকৰ চাকৰিৰ কাৰণে ; সেইটো কথাকে লৈ, যোৱা চাৰিদিনে মাক পুতেকেহালে আধামৰা মাখি এটা পৰুৱাই টনাটনি কৰাদি টনাটনি কৰিছে। সোনকালে নগ'লে নহ'হেছে। কোনোবাই কুৰি হেজাৰ দি মাছ্ বোকাই থাপ মৰাদি থাপ মাৰি লৈ যাব।

অত্যাচাৰৰ পৰা হাত সাৰিবৰ কাৰণে ভেকোলা পিয়নৰ পৰা টকা এশ ধাৰলৈ লৈ নিশাৰ বাছত গণকিংকৰ নাথ ৰাজধানীলৈ আহিছে। 'মধুনিশা' হোটেলত গাঁৱৰে ল'ৰা এটাই খানচামা কৰি থাকে। পুৱাই তাক লগ পাই তাৰ তাতে গা-পা ধুলে। চাহো খুৱালে সি। শুবলৈয়ো তাৰ বিছনাখন ঠিক-ঠাক কৰি দিলে। নিয়মমতে বিচনাত পৰাৰ লগে লগে টোপনিয়ে গধা মাৰি ধৰিব লাগিছিল— পিছে বুঢ়াৰ চকুৰ নোমে নোমে নালাগিল। নোমলে মাছুৰৰ হোটেলত তাতে খুৱালে। ৰাতি থকাৰ ব্যৱস্থা ক'লে অসুবিধা নাই। নোৱালে কাইলৈ কোনোবা এটাৰ লগত ভাবক কৰিব।

কোনোমতে নানা প্ৰবন্ধে টিকট এটা যোগাৰ কৰি চাৰ্কাইৰ [illegible] সন্ধিলৈ সোমোৱা নিজৰ ঘৰে [illegible] টোপনিত সোমাল। নানা [illegible]

মাজেৰে নানাজনক সুধি মেলি মন্ত্ৰীৰ কোঠাৰ সন্মুখত বৈ বুঢ়াৰ মূৰ ঘূৰাল। বোলে মন্ত্ৰী অফিচত নাই। ঘৰত আছেনে নাই কোনেও ক'ব নোৱাৰে। ঘৰত থাকিলে অফিছলৈ আহিবই। এবাৰ ঘৰত খবৰ কৰি অহাৰ কথা ভাবিলেও যদি কেচুৰ দৰে চৌহদৰ পৰা ওলালে সোমাবলৈ টান হ'ব বুলি ভাবি বেঞ্চখনতে বহিল। আৰু কেবাজনো বহি আছে। দুঘণ্টামান বহাৰ পাছত বুঢ়াৰ আমনি লাগিল। উঠি গৈ চৌহদৰ ভিতৰতে থকা হোটেলত চাহ-জিলাপী খালেগৈ। বুঢ়াই মন্ত্ৰীক লগ কৰি ঘুৰি যোৱাৰ কথা। কিন্তু যি দেখা গৈছে ঘূৰি যোৱা নহ'বগৈ। পুনৰ আহি আগৰ বেঞ্চত বহোঁতে দেখিলে যে অফিছ কোঠাবোৰৰ দুৱাৰবোৰ বন্ধ হৈছে। খিৰিকী বন্ধ হৈছে। হাতত বেগ-ছাটি লৈ লৈ কৰ্মচাৰী ঘৰাঘৰি গৈছে। বাৰাণ্ডাটোত আৰু বেঞ্চত বুঢ়াৰ বাহিৰে কেউ নাই। বুঢ়াও উঠিল। উঠি চৌহদৰ বাহিৰ ওলাই গণকিংকৰ নাথ মাষ্টৰে ভাবিলে—মন্ত্ৰীৰ বা ঘৰ কেনি ? ওচৰৰ দোকানীক সুধি ঠিকনা ল'লে। সেইমতে আহি আহি মন্ত্ৰীৰ বাসস্থানৰ জপনামুখ পালেহি। নামটো পঢ়ি চালে হয়। বিষয়বাববোৰ পঢ়ি চালে, হয়। ঠিকেই। দাৰোৱান আগবাঢ়ি আহি ক'লেহি বোলে ছাৰে এতিয়া লগ নকৰে। গণকিংকৰ নাথে ঘৰটোলৈ চালে। বগা গাহৰীটোৰ দৰে নোদোকা হাফপেণ্ট পিন্ধা ডেকা এটাই বিভিন্ন ভাষাৰে দীঘল দীঘল নোমৰ চকু ঢাক খাই থকা চাৰিবিধৰ চাৰিটা কুকুৰৰ লগত ধেমালি কৰিছে। মানুহটোৱে সিহঁতৰ লগত ইংৰাজীত কথা পাতিছে। যাৰ নামেই মাতে সেইটোৱেই আহি গৰাকীৰ ভৰিত নেজ জোকাৰি জোকাৰি নাক ঘঁহাই দিয়ে। এবাৰ মানুহটোৱে গেটৰ মুখলৈ চালে। কিবা এটা ইঙ্গিতেই দিলে নেকি দাৰোৱানটোৱে বৃদ্ধক যাবলৈ দিলে। গণকিংকৰ নাথ সোমাই গ'ল। গৈ বাৰাণ্ডাতে থমক মাৰি ৰ'ল। এইবাৰ হাফপেণ্ট পিন্ধাই বুঢ়ালৈ চাই, "ছাৰ ক'ৰ পৰা আহিল" বুলি সুধিলতহে মাষ্টৰে ধৰিব পাৰিলে যে তেওঁ বিচাৰি অহা মন্ত্ৰী এইজনেই। কি চেহেৰা কি হৈ গ'ল। তাহানিৰ নালীয়া চেহেৰা কেনেকৈ এতিয়া গোলোকৰ চেহেৰালৈ ৰূপান্তৰ হ'ল। মাত লগাই নিদিয়া হ'লে মাষ্টৰে একালৰ তেওঁৰে ছাত্ৰ বুলি ধৰিবই নোৱাৰিলেহেঁতেন। মন্ত্ৰী হৈয়ো যে আকৌ সি চিনি পালে ! অকল চিনি পোৱাই নহয় তাৰ লগত ধেমালি খেলি থকা কুকুৰকেটাকো সি চিনাকি কৰি দিয়াৰ চেষ্টা কৰিলে। সি এটা এটাকৈ নোমেৰে চকু ঢাকি থকাকেটাক নাম ধৰি ধৰি মাতিলে : জিমি-জিমি কাম-কাম কুইকলি। চেলুট হিম, চেলুট হিম হি ইজ মাই টিচাৰ। টম টম, কাম ছাৰ্প চেলুট হিম, হি ইজ মাই মাষ্টাৰ। টাইগাৰ টাইগাৰ কাম কাম চেলুট হিম হি ইজ মাই টিচাৰ।" আটাইকেউটাই আগ ঠেং দাণ্ডি দাণ্ডি গণকিংকৰ নাথৰ কাষ চাপি আহিল। মাষ্টৰে ভয় খালে। যিমানেই নোমাল জন্তুকেটা তেওঁৰ ওচৰলৈ আহিছে সিমানেই তেওঁ পিছ হূহকি গৈ গৈ বেৰত চেপেটা লাগিছে। তাকে দেখি হাঁহি মাৰি মন্ত্ৰীয়ে বোলে ক'লে, "ছাৰ ভয় নাখাব ! ইহঁত বৰ অবিডিয়েণ্ট। সিহঁতে কাকো একো নকৰে। ইহঁতে ছাৰ মোক খুব ভাল পায়। মই ঘৰত থাকিলে ইহঁত অনবৰতে

মোৰ লগতে থাকে। ইহঁত বৰ জেন্টল মোক খুব ভাল পায়। দেখিছেই নহয় ক্লাব ইহঁতে মোৰ লগত কেনেকৈ খেলিছে।"

সকলো জীৱই স্বজাতিক ভাল পায়েই। মাষ্টৰে ক'লে।

কি ক'লে ছাৰ ? হাঁহি মাৰি মন্ত্ৰীয়ে সুধিলে।

সকলো জীৱই স্বজাতিক অৰ্থাৎ নিজৰ লগৰবোৰক ভাল পায়েই। জীৱ মাত্ৰেই সঙ্গপ্ৰিয়। স্বজাতিক ভাল নোপোৱা জীৱ নাই কেৱল প্ৰতিবাদ কৰিব নালাগিব— ভালৰি বোলাই থাকিব লাগিব।"

মাষ্টৰৰ কথাত মন্ত্ৰীয়ে হাঁহিলে। স্বজাতিৰ হাঁহি দেখি দীঘল নোমালকেটায়ো হাঁহিছে নেকি মাষ্টৰে জুমি জুমি চালে। ☐

(১৯৯০)

# নিৰুদ্দেশৰ সন্দেহ

আজিৰ পৰা কেইমাহমানমানৰ আগতে 'বুধবাৰ' কাকতত এগৰাকী সচেতন নাগৰিকে (নামটো পাহৰিলোঁ) এটা বৰ অদ্ভুত সংবাদ দিছিল। তেখেতে লিখিছিল যে প্ৰদেশখনৰ বছা বছা তিনিকুৰি বাৰজন তজবজীয়া সিংহপোৱালী সদৃশ ডেকামানুহ হেৰাল। অৰ্থাৎ নিৰুদ্দেশ হ'ল। খবৰটো যদিও ভয়ানক আৰু আতঙ্কৰ আছিল কিন্তু কাকো বিচলিত বা চিন্তিত কৰিব নোৱাৰা যেন লাগিল। কাৰণ তাৰ পাছতো দেশৰ কোনেও সেইবিষয়ে আলচ বিলচ নকৰিলে, এনেকি বাতৰি কাকতত্তো "মতামতৰ বাবে সম্পাদক দায়ী নোহোৱা" শিতানত পত্ৰ এখনো নোলাল। মই এজন তিনিকুৰি আঠবছৰীয়া বৃদ্ধ খেতিয়ক। কিন্তু খবৰটো পঢ়িয়েই মোৰ সেইমুহূৰ্তত্তে বুকুৰ যি ধপধপনি উঠিল আজিকোপতি বুকুৰ ভিতৰত ৰমনি গোসাইৰ ঘৰত বলিকটীয়া ছেৰত মৰা ডবাৰ দৰে দবা বাজি আছে। কাৰণ ১৯৮৩ চনত মোৰো এটা গ্ৰেজুৱেট ডেকা নিৰুদ্দেশ হৈছিল। আজিলৈকে তাৰ সংবাদ নাপালোঁ। যদিও দুমাহমানৰ পাছত পুলিছে হাড-মূৰ  গেলামগুহৰ টোপোলা এটা আনি এইটোৱেই তোমাৰ ল'ৰাৰ লাচ বুলি চমজাই দিছিল, যদিও ওচৰ চুবুৰীয়াই সেই টোপোলাটোকে নি খৰি খেৰ দি জ্বলাইছিল, যদিও সেই হাড়-মূৰৰ গেলামগুহৰ টোপোলাটোৰ ওপৰতে উবুৰি হৈ হৈ পৰি তাৰ মাকে হিয়া ভুকুৱাইছিল তথাচ মোৰ বিশ্বাস হোৱা নাছিল যে সেইটো মোৰ গ্ৰেজুৱেট পুত্ৰ নিবাৰণ দত্তৰ শৱ। মোৰ বিশ্বাস হ'ব কেনেকৈ ? কাৰণ নিবাৰণ আছিল দুখীয়া ভিকহুৰ বুকুৰ কুটুম। সি নিজৰ কাৰণে ভবা নাছিল। মোৰ চাৰিটা ল'ৰাৰ ভিতৰত সিয়েই আছিল গ্ৰেজুৱেট, অথচ মানুহৰ কাম কৰি ফুৰিবৰ বাবেই সি কোনোদিন চাকৰি বিচৰা নাছিল। সি কৈছিল যে গান্ধীপ্ৰভুৱে আনি দিয়া স্বাধীনতা মিছা। সি আৰু কৈছিল যে এইযে নেতাজাকে দেশ ৰক্ষাৰ বাবে আন্দোলন কৰিছে আচলতে সিহঁতে গান্ধীয়ে দিয়া যুধিষ্ঠিৰতে নিজক ৰজা পাতিবৰ বাবেহে কৌশল কৰিছে। সেয়েহে যদিও পুলিচে কৈছিল যে তোমাৰ ল'ৰাক দেশদ্ৰোহী বুলি এগালে খেদি খেদি নি হাবিত ঘপিয়াই ঘপিয়াই মাৰিলে, তথাচ মোৰ আজিকোপতি বিশ্বাস নহ'ল।

মই ভাবি আছোঁ নিবাৰণে তাৰ লগ বিচাৰি নিৰুদ্দেশ হ'ল। আৰু সেয়েহে 'বুধবাৰ' কাকতত এনেকুৱা খবৰটো ডেকাল'ৰা নিৰুদ্দেশ হোৱাৰ বাতৰি পোৱাৰ পাছত সিহঁতৰ লগতে মোৰ ল'ৰাটোও আছে বুলি ভাবি হাতত লাখুটি লৈ নিজেই বিচাৰি ওলালোঁ।

কিন্তু যাওঁ ক'লৈ ? ক'ত বিচাৰিম ? কাৰোবাক কাৰোবাক কথাটোৰ বিষয়ে আলোচনা কৰিব খুজিলত মোক নিবাৰণৰ কাৰণেই পগলা বুলিহে ভাবিলে। বোলে পুতেক মৰাৰ পাছতেই বুঢ়াৰ মগজৰ দোষ হ'ল। সেয়েহে এদিন মই মাইকী মানুহক মনে মনে কৈ সেই বাসন্তৰটো ডেকা ল'ৰাক বিচাৰি ওলালোঁ। মাইকীমানুহৰ বুধি শুনিব নেপায় বুলি অসমীয়াত কথা এষাৰ আছে যদিও মই কিন্তু মাইকীমানুহৰ বুধিমতেহে কাম কৰিলোঁ। মাইকী মানুহেহে ক'লে বোলে "আপুনি বেমাৰী দেহাৰে বুঢ়া কালত গৰু বিচৰাদি সেই জাকক ক'ত বিচাৰি ফুৰিব। তাতোতকৈ এটা কাম কৰক। সিহঁতৰ দলপতিটোক বিচাৰিলেই হ'ল। তাক পালেই সকলোৰে সন্ধেদ পাব।" মাইকী মানুহৰ বুধিটোত মই পতিয়ন গ'লোঁ। দলপতিটোৰ চেহেৰাটো মনত পেলাই শেহতীয়া ছবিখন বাতৰি কাকতত চালোঁ। মলুৱা বান্দৰৰ দৰে এখন মুখ। হুদুৰ চকুৰ দৰে দুটা চকু। দুই বাৰে খাব নোৱাৰা আলকাটাৰা ড্ৰামটোৰ দৰে তাৰ দেহা। গতিকে সি য'তে থাকক ত'তে ওলাই থাকিব। লুকাই থকাটো তাৰ বাবে অসম্ভৱ হ'ব। গতিকে মই তাকে বিচাৰি ওলালোঁ।

গ'লোঁ। প্ৰথমে তাৰ গাৱঁৰ ঘৰলৈকে গ'লোঁ। গৈ শ্ৰীকৃষ্ণৰ ওচৰত ৰুক্মিনীৰ চিঠি দি ঘূৰি আহি নিজৰ ঘৰটোকে চিনিব নোৱাৰা বেদনিধি বামুনৰ অৱস্থা হ'ল। ক'ত সেই তাহানিৰ উকথা পঁজা আৰু ক'ত সেই নৰাৰে চোৱা নামঘৰ। পাটচলা স্কুলৰ পণ্ডিতৰ ঘৰটো এইটোৱেইনে ? যিটো নামঘৰত বহি কেশৰ মানে মিছা ভাওকী কথাৰে দৰিদ্ৰ ভিকহু ভকতৰ তেজখোৱা মানুহটোৰ ঘৰৰ অৱস্থা কেনেকৈ এনেকুৱা হ'ল। এইখন দেখোন তেনেই ইন্দ্ৰপ্ৰস্থ হ'ল। ঘৰৰ দুৱাৰমুখলৈকে বাট পকা। ঘৰৰ ফালে চালে চকু চাঁত মাৰি ধৰে। জোতাযোৰ খুলি নামঘৰলৈ সোমাই গৈ দেখিলোঁ কেবাজনো খোঁৱাৰ নেজৰদৰে মূৰত মৰা পাগটোৰ পৰা ওলমি থকা পাগটোৰ আগটো নচুৱাই নচুৱাই হাঁহি তামাচত ব্যস্ত। মই তলকা মাৰি কথাবোৰ বুজিবলৈ চেষ্টা কৰিলো। বুজিলো। জুৱা খেলৰ পইচা ভাগ বটোৱা হৈছে। দুখীয়া ভিকহুৰ পৰা এটকা এটকাকে লৈ চৰকাৰে জুৱা খেলে। কোনোবা বিত্তজনে জুৱাৰ ভাণ্ডৰ ভাগ লাভ কৰে। বাকী অংশটো দলপতিয়ে নিজে হাতত ৰাখে, দুখীয়া ৰায়তৰ বাবে। কাৰোবাৰ ৰাজবেমাৰ হৈছে চিকিৎসা কৰিবলৈ পইচা নাই, তেওঁক দিব লাগে। মুঠতে জনহিতকৰ কামত বাকী অংশ ভাগ বটাব লাগে। পিছে দলপতিয়ে কৰিছে কি, নিজৰ দেউতাক, ককাদেক, জেঠেৰী, বৈনায়, আলেকৰ পালেক, কুকুৰে চেলেকা ভাগিনিয়েক আদিৰ মাজত বিতৰণ কৰিছে। তাকে পাই এয়া হাঁহি খিকিন্দালি কৰিছে। মই জুহালৰ ওচৰত বহি থকা চকুমুদা মেকুৰীৰ দৰে কিছুপৰ সোঁহাঁবিনিতে বহি থাকিলোঁ। বহি

থাকি সেইবোৰ লীলা খেলা চাবলৈতো মোৰ সময় নাই। মই নিৰুদ্দেশৰ সন্ধেদ বিচাৰি ফুৰা মানুহ। এবাৰ ন কইনাৰ মাতেৰে সুধিলোঁ, যোৱা নিৰুদ্দেশ হোৱা একুৰি বাৰজন ডেকাৰ দলটোৰ দলপতিক ক'ত লগ পাম ? তেওঁলোকে আটায়ে মোলৈ প্ৰথমে দৃষ্টিশোৱা ধৃতৰাষ্ট্ৰই চোৱাদি চাই সুধিলে বোলে কি নিৰুদ্দেশ, কি বাসন্তৰ জন, একো বুজাই নাই দেখোন। মই ক'লো বোলো আপোনালোকে খবৰ কাকত নপঢ়েনেকি ? আমাৰ যে বোকাপুৰ এই দেশখনক সোণৰপুৰ কৰিম বুলি একুৰি বাৰজন ডেকাই যে আজিৰ পৰা পাঁচবছৰৰ আগতে বহুত মানুহৰ বলি লৈছিল, তেওঁলোক হেৰাল নহয়। মই বিচাৰি ফুৰিছোঁ। গতিকে দলপতিক লাগে। ক'ত লগ পাম বাৰু ? ক'বলৈহে পালোঁ তেওঁলোকে খোঁৱাই চিঞৰাৰ দৰে একেলগে চেঁ চেঁৰাই হাঁহিবলৈ ধৰিলে। হাঁহি হাঁহি এজন বৃদ্ধই ক'লে বোলে ক'ত আছে কেনেকৈ ক'বা। ইয়াত কিন্তু তেওঁ নাই সেইটো তোমাক ক'ব পাৰোঁ। তেওঁ এইবোৰ আমাক আনিবলৈহে মাতিছিল, দিবলৈকে অহা নাছিল। আৰু ক'ত আছে সতকাই ক'বও নোৱাৰিম। কাৰণ ৰাজধানীত চাৰিটুকুৰা মাটি আৰু চাৰিখন ঘৰ আছে, দিল্লীত আছে ঘৰ মাটি, বাঙ্গালোৰতো আছে ঘৰ মাটি, বোম্বাইতো আছে— তাৰ বাহিৰেও বাওঁতলিকে ধৰি চাৰিখন চাহ বাগিচাও তেওঁ লৈছে, এতিয়াখা ক'ত আছে। তোমাক ক'ব নোৱাৰোঁ সঠিককৈ। মোক বিমোৰ হোৱা দেখি এজনে মাত লগালে, বোলে তুমি এটা কাম কৰিব পাৰা। বেলৰ বিছনাৰ কাৰণে কাঠ দিবলৈ তেওঁ কাঠৰ ব্যৱসায়ত নামিছে— এতেকে চৰকাৰী 'বিজাৰ্ণত' এবাৰ বিচাৰি চাব পাৰা। মই লৰালোঁৱেই।

আটাইকেউখন চৰকাৰী বনাঞ্চলত দলপতিক বিচাৰি চলাথ লগালোঁ। কোনেও দেখিছিলোঁ বা দেখিছোঁ বুলি নকয়। মোকেহে আকৌ দুই এক চোৰাং ব্যৱসায়ী বুলি বা চোৰাং চিকাৰী বুলি ধৰি থ'ব খোজে। পুলিচৰ হাজোতত দিব বুলি ভয় খুৱাই ভেটি খাব খোজে। পিছে এজন ফৰেষ্ট গাৰ্ডে (তেওঁৰো হেনো ৰঘপুতেকটো সোণৰ দেশ কৰা আন্দোলনত ঢুকাল বা কোনোবাই চোৰাই খালে) মোৰ কাণৰ ওচৰত ফুচফুচাই ক'লে বোলে দলপতি হাবিতে আছিল হয়। কাঠৰ ব্যৱসায় কৰাটোও হয়। পিছে কাঠবোৰ শেষ হলত তেখেত হাবিৰ পৰা ওলাল। এতিয়া হাবিত নাই। কিছুদিনৰ আগতে মেডিকেল কলেজৰ প্ৰসূতি বিভাগৰ বাহিৰত চকী এখনত দিনৰ দিনটো বহি থকা দেখিছিলোঁ। ভিতৰত বোলে ঘৈণীয়েক ভাল হ'বলৈ ধৰিছিল। তাৰ পিছত আৰু এবাৰ দেখিছিলোঁ মোককচাঙত। প্ৰধানমন্ত্ৰীক বিদায় দিবলৈ গৈ কৈছিল বোলে "আই উইল চি ইউ এট গুৱাহাটী।" অৰ্থাৎ আপোনাক মই গুৱাহাটীত লগ পাম। তাৰ পিছত হেলিকপ্টাৰত উঠি শহুৰেকৰ ঘৰলৈ গৈছিল জেঠৈয়েকৰ পুতেকৰ অন্নপ্ৰাসন খাবলৈ। তাৰ পাছত আৰু দেখা নাই। বুঢ়া ফৰেষ্ট গাৰ্ডজনৰ কথা শুনি মই পেপুৱা লাগিলোঁ। আগতে বাপেকৰ হাফচেইন কভাৰৰ পুৰণা চাইকেলখন টেলা আজোৰা কৰা দলপতিয়ে যদি হেলিকপ্টাৰত উঠি অন্নপ্ৰাসন খাবলৈ যাবলৈয়ো ল'লে,

তেনেহ'লে মই বুঢ়াই ক'ত বিচাৰি ফুৰিম। হালৰ গৰু হেৰালে বিচাৰি পাবলৈ ভাল, হাতী হেৰালেও বিচাৰিব পাৰি, নাই নালাগে ঘৰৰ কুকুৰটো বলিয়া হৈ হেৰালেও বিচাৰি উলিয়াব পাৰি, এতিয়া নিবোকা মানুহটো ক'ত বিচাৰিম। সেইদৰে পেঁপুৱা লাগি এঠাইত বহি থাকোতে বাটৰুৱা এজনে সবিশেষ গম লৈ মোক বুধি এটা দিলে, বোলে এতিয়া আকৌ বোকাপুৰখন সোণপুৰ কৰিবলৈ ভোট বিচৰাৰ সময়। গতিকে য'তেই ৰাজহুৱা সভা দেখে, তাতে ভুমুকি মাৰি চাবচোন। য'ত মাইকত ভুল ইংৰাজী শব্দ আৰু ভুল ব্যাকৰণেৰে অসমীয়া বক্তৃতা দিয়া শুনিব, তাতে পাব।

বাটৰুৱাৰ সেই কথাটো শুনি মই মুখাচফুট দিলোঁ। দেশখন এতিয়া সভা সমিতিত আগবঢ়া। প্ৰতিদিনে দেশত দহহেজাৰখনমান মিটিং হয়। এতিয়া মই অকলশৰীয়া বুঢ়া মানুহ এটাই এই ইমানবোৰ মিটিঙত কেনেকৈ খানাতালাচ কৰি ফুৰিম। ভুল ইংৰাজী শব্দ বা ভুল বাক্য অকল দলপতিয়েই কয়নে ? ভু পোৱামতে শিক্ষাবিভাগৰ দায়িত্বত থকাজনৰ বাহিৰে দলৰ সকলোৰেই একেইদৰেই কয়। এতিয়া কাক দলপতি বুলি ধৰিম ? দাঢ়িচুলি পকাবোৰৰ ভিতৰত কাক ককা বুলি মাতিম। অৰণ্যে ডাঙৰ জন্তুৰ গেলা শ আগুৰি থকাৰ দৰেই দলপতিক আগুৰিয়েই শিক্ষক, সাংবাদিক, সাহিত্যিক-পণ্ডিত বেছি থাকিব। চাবলৈ গ'লে তাতে নিৰ্ণয় এটা পাব পাৰিম। কিন্তু ইমানবোৰ সভা সমিতি মই কেনেকৈ ঘূৰিম। পৰশুৰামৰ অৱতাৰ ল'লেও সম্ভৱ নহ'ব।

বেমাৰী দেহাৰে আৰু নোৱাৰি। মোৰ হেৰোৱা ল'ৰাৰ আশাও বাদ দিলোঁ, নিৰুদ্দেশ হোৱা দলটো বা দলপতিৰ আশাও বাদ দিলোঁ। বহুপ্ৰয়ত্নে সন্ধান কৰিলোঁ, নাপালোঁ। ঠিক তেনেতে এজন চিনাকি পুলিচেহে খবৰটো দিলে। বোলে দলপতিক আপুনি এতিয়া ৰজাঘৰৰ চাউলৰ গুদামত পাব। মই বোলো 'হয়নে ? কি কৰিছে তেওঁ' চিনাকি পুলিচে ক'লে বোলে মই কোৱা কথাটো যদি মিছা, আপুনি নিজেই প্ৰমাণ চাওকগৈ। মই নৰলোঁৰেই, বাটকুৰি বাই বাই গৈ আটাইতকৈ ডাঙৰ ৰজাঘৰীয়া চাউলৰ গুদামটো পালোঁগৈ। বাপ জনমত দেখা নাই ইমান প্ৰকাণ্ড ৰাজভঁড়াল। আগফালৰ দুৱাৰবোৰ লিকপকণীয়াকৈ বন্ধ। ডাঙৰ ডাঙৰ তলা ওলমি আছে। পিছে পিছফালৰ দুৱাৰবোৰ খোলা। ডাঙৰ ডাঙৰ লৰী মটৰবোৰ ভঁড়ালটোৰ ভিতৰলৈ সোমাইছে, ওলাইছে। 'বাবুজী বাবুজী' বোলা, 'মশাই মশাই' বোলা মানুহবোৰে লৰীবোৰ ভৰাইছে আৰু উলিয়াইছে। ময়ো এবাৰ ভঁড়ালটোৰ ভিতৰলৈ সোমালোঁ। যি দেখিলোঁ ক'লে কোনেও বিশ্বাস নকৰিব। নেদেখা হ'লে ময়ো গোকাট মিছা মনে সজা ভিত্তিহীন প্ৰতিক্ৰিয়াশীলৰ কথা বুলি ক'লোঁহেঁতেন। মই নিজ চকুৰে দেখিলোঁ, হিমালয় পৰ্বতটোৰ মান ওখ চাউলৰ বস্তাৰ ওপৰত দলপতি বহি আছে। মই জেপৰ পৰা খবৰ কাকতখন উলিয়াই ফটোৰ লগত মিলাই চালোঁ— হয় মনুৱা বান্দৰৰ দৰে সেইখন মুখ, হুদুৰ চকুৰ দৰে সেই দুটা চকু, বাঘে খাব নোৱাৰা আলকাটাবাৰ গ্ৰামৰ

দৰে বা চাউলৰ বস্তাটোৰ দৰে সেইটো দেহা। ইয়াতটো মোৰ গধাকী সেই সৰু মূৰটোতনো ক'ত ঘিঁউ থাকিব। কেনেকৈ শব্দ ভুল নক'ব। সেই দলপতিৰ ওচৰত হাতত দাওঁলৈ থিয় হৈ আছে দলৰ আৰু কেইটামান। আটাইকেইটাৰে চেহেৰা চিৰিয়াখানাত থকা 'চিম্পাঞ্জী'ৰ দৰে। হয়— হয়, মই বাহিৰত এনেয়ে বিচাৰি ফুৰিলোঁ, শিয়ালক শিয়ালৰ গাঁতত নিবিচাৰি সিংহৰ গুহাত বিচাৰিলে ক'ত পাম।

বোলো "দলপতি আপোনালোক হেৰোৱাৰ সংবাদ কাকতত পাই মই আপোনাক বিচাৰি ফুৰিছিলোঁ। চাওঁ অকণমান লগ পাওঁচোন, মোৰ কথা এটা সুধিবলগীয়া আছে। আজি সাতবছৰৰ আগতে মোৰ ল'ৰাটোৰ হেৰাল। তাৰ সন্ধেদ কিবা পায়নে, অকে জানিব খুজিছোঁ অকণমান লগ দিবনে?" নাই। মই চিঞৰিলোঁহে চিঞৰিলোঁ কোনো উত্তৰ নাহিল। মোৰ চিঞৰ বাজভড়ালৰ ভিতৰত পাক খাই খাই প্ৰতিধ্বনিত হ'ল। দলপতিৰ খবৰেই নাই। চিঞৰি থাকোতেই এটাই মোক গতিয়াই বাহিৰসে উলিয়াই দিলে। সি মোৰ বুকুলৈ বন্দুক টোৱাঁওতে ক'লোঁ যে মই মাত্র এবাৰ দলপতিক লগ পাব খোজোঁ। লাগে তেখেত নামি অহালৈকে মই বাহিৰতে বহোঁ। মোৰ কথালৈ কাণ নিদি সি খণ্ডতে কিছুমান কথা ভোৰ ভোৰালে। তাৰ কথাৰ সাৰমৰ্ম মই বুজিলোঁ, দলপতিয়ে চাউলৰ ব্যৱসায় শেষ কৰি উৰা মাৰিব। মাটিত নানামেই। কাৰণ তেওঁৰ ডকাইতৰ দলটো নতুনকৈ বাচিব লাগিব। পাৰিলে এইবাৰ নিজৰ দলত বেছিকৈ শক্তিশালী ডকাইত ভৰাব লাগিব। দলপতি সম্প্ৰতি সেই কামত ব্যস্ত আছে। মই এতিয়াহে বুজিলোঁ, মোৰ হেৰোৱা ল'ৰাটো ইয়াঁতেই সোমাই থাকে। □

(১৯৯০)

# গোপীনাথ বৰদলৈ মূৰ্চা গ'ল

স্বৰ্গাধিপতিৰ ওচৰত ভালেমান দিন ধৰি গোপীনাথ বৰদলৈয়ে অনুৰোধ কৰি আছে। গোপীনাথৰ কথা হ'ল তেওঁ অসমখন এবাৰ চাব খোজে। কিন্তু স্বৰ্গৰ বিধি অনুযায়ী ভাৰতবৰ্ষত বা ভাৰতৰ কোনোবা এখন প্ৰদেশত যেনেকৈ এবাৰ এম.পি. এম.এল.এ বা মন্ত্ৰী হ'লে নামি যোৱাৰ নিয়ম নাই, তেনেকৈ এবাৰ স্বৰ্গবাসী হ'লে মৰ্ত্ত্যলৈ নমাৰ নিয়ম নাই। কিন্তু গোপীনাথ আকোৰগোজ। তেওঁক আইন চাবলৈ নালাগে, অন্ততঃ দুকুৰি বছৰৰ আগতে এৰি যোৱা অসমখন এবাৰ চাব খোজে। তাতে তেওঁক লৈ অসমত কিবা শতবাৰ্ষিকীও পাতিছে, টনা আজোৰা কৰিছে। সেইবাবে তেওঁক এবাৰ অসমখন চাবলৈ লাগে। কিছুদিন ধৰি তেওঁ যেতিয়া স্বৰ্গাধিপতিক একেটা কথাৰ বাবেই আমনি কৰি আছে, স্বৰ্গাধিপতিও বিমোৰ হ'ল। তেনেকৈয়ে থাকিলহেঁতেন কিন্তু গোপীনাথে শেষ অস্ত্ৰ প্ৰয়োগ কৰিলে যে যদিহে তেওঁক এবাৰ অসমখন চাবলৈ নিদিয়ে তেতিয়াহ'লে তেওঁ আমৰণ অনশন কৰিব। তথাপিও স্বৰ্গাধিপতি বিচলিত নহ'লহেঁতেন, কাৰণ স্বৰ্গত খোৱা-নোখোৱানো কি– জন্ম মৃত্যুৰ বাধা তাত নায়েই। কাৰণ পৃথিৱীত আটাইতকৈ ধুৰন্ধৰ, বদজাত, দুৰ্নীতিপৰায়ণ, হত্যাকাৰী এটা মৰিলেও স্বৰ্গী হ'ল বুলি আত্মাৰ সদ্গতিৰ কাৰণে ভগৱানলৈ প্ৰস্তাৱ প্ৰেৰণ কৰে। সেইবোৰো যেতিয়া স্বৰ্গতে থাকে, গতিকে কি অসুবিধা আছে। কিন্তু কথা হ'ল গোপীনাথৰ দৰে পুণ্যাত্মা এগৰাকীয়ে যদি অনশন কৰে, তেতিয়া স্বৰ্গাধিপতিক দুই চাৰিয়ে ফুচফুচাব পাৰে। সেইটোহে চিন্তাৰ কথা হ'ব।

'হেৰি নহয় দুকুৰি বছৰৰ আগতে এৰি থৈ অহা অসমখন জানো আপুনি এতিয়া চিনি পাব?' স্বৰ্গাধিপতিয়ে গহীনাই সুধিলে।

'পাম পাম দুকুৰি বছৰ নালাগে দুহেজাৰ বছৰৰ পাছতো মই চিনি পাম, নিজৰ মাকক নো কোনোবাই চিনি নাপায়নে?' গোপীনাথে পৰম উৎসাহেৰে ক'লে।

'নহয়, আপুনি অসম এৰি অহাৰ পৰা অসমখন চেণ্ডুন পাতটোৰ দৰে

আহল-বহল আছিল। কিন্তু এতিয়া অসমখনৰ আকৃতি কেৰোণীয়া নাহৰপাত এটাৰ দৰে ধীন আৰু দীঘলীয়া হৈ পৰিল, চিনি পাবনে ?

'পাম, পাম, নাহৰ পাত নালাগে আমলখি বা তেতেলি পাতৰ নিচিনা ক্ষুদ্ৰ ক্ষুদ্ৰ হ'লেও চিনি পাম।' গোপীনাথে ক'লে।

তেতিয়াই স্বৰ্গাধিপতিয়ে দুজন গাইড মাতি আনিলে। গাইড দুজনক দেখি স্বৰ্গাধিপতিয়ে ক'লে, "এখেতক অসম এলেকাটো দেখুৱাই আনাহক।" তাৰ পাছত হঠাতে স্বৰ্গাধিপতিয়ে গোপীনাথৰ কাণে মুখ সুমাই ক'লে, "হেৰি নহয়, কোৱা শুনিছো ল'ৰাহঁতে অসমখনৰ পৰা মাটিবোৰ গুচাই মজাইক কৰা মজিয়াৰ দৰে গোটেই দেশখনকে সোণৰ কৰিলে— এতিয়া জানো সোণৰ অসমখন সচকাই আপুনি চিনি পাব ?" স্বৰ্গাধিপতিৰ কথাত গোপীনাথ জপিয়াই উঠিল— "আ, হয়নে! পাম, পাম, উস্ মোৰ কি ভাগ্য এখন সোণৰ অসম দেখিবলৈ পাম।"

তাৰ পাছত স্বৰ্গৰ গাইড দুজনক স্বৰ্গাধিপতিয়ে কিছু নিৰ্দেশ দি গোপীনাথক তেওঁলোকৰ লগত পঠাই দিলে। চকুৰ পলকতে তেওঁলোক তিনিজন শূন্যতে এঠাইত ৰ'লগৈ।

'এয়াই হ'ল অসমৰ ওপৰৰ আকাশমাৰ্গ। ইয়াৰ পৰাই আপুনি তলৰ অসমখন চাব পাৰিব। এই শূন্যাঞ্চলত আপুনি অতি ধীৰেৰে বিচৰণ কৰিব পাৰিব। এতিয়া আপুনি ইচ্ছামতে বিচৰণ কৰক আমি লগতে আছোঁ। কিবা নুবুজিলে বা ধৰিব নোৱাৰিলে আমাক সুধিব। আমি বুজাই দিম।' স্বৰ্গৰ গাইডে কৈ গোপীনাথৰ কইনা খোজৰ লগত সহযোগ কৰিলে।

গোপীনাথে শূন্যতে কেইখোজমান কাঢ়ি তললৈ চাই দেখিলে সোণৰ দৰে কিছুমান ঘৰ জিলিকিছে, যেন সোণৰ স্তম্ভহে। গোপীনাথে গাইডক সুধিলে— "সেই যে জিলিকিছে সেইবোৰ সোণৰ ঘৰ কাৰ ?"

অ' সেইবোৰ, সেইবোৰ হ'ল... সেই যে কম জিলিকিছে সেইবোৰ হ'ল আপোনাৰ পিচত হোৱা কিছুমান মন্ত্ৰী এম.এল.এৰ ঘৰ। লগতে কিছুমান ব্যৱসায়ী আৰু বুদ্ধিজীৱিৰ ঘৰো আছে। আৰু যে চকু চাঁত মাৰাকৈ জিলিকিছে, সেইবোৰ হ'ল যোৱা পাঁচবছৰে চৰকাৰ চলোৱা দলটোৰ মন্ত্ৰী, এম.এল.এৰ ঘৰ। এনেকুৱা সোণৰ ঘৰ কিছুমান এওঁলোকৰ নামত দিল্লী, হাৰিয়ানা, বাঙ্গালোৰ, বম্বে, কলিকাতাতো আছে।

'সেই যে ধোঁৱা ওলাই আছে সেইটো কাৰ ঘৰ ? ঘৰ নিঃকিন যেন দেখা গৈছে।'

"অ' সেইটো এজন মুখ্যমন্ত্ৰীৰ ঘৰ। তেওঁ কছাৰী সম্প্ৰদায়ৰ পৰা আহিছিল আৰু তেওঁ মুখ্যমন্ত্ৰী ভাঁগোতে হাতত চুটকেচটো লৈ ওলাই গৈছিল।'

'হয়নে ? কি নাম আছিল তেওঁৰ ? পৰম উৎসাহেৰে গোপীনাথে সুধিলে।'

'তেওঁৰ নাম শৰৎ সিংহ।'

কথাষাৰ শুনি গোপীনাথৰ চকু দুটা তৃপ্তিত কিছুপৰ মুদ খাই গ'ল। তাৰ পাছত আকৌ তেওঁ খোজ দিবলৈ ধৰিলে। দুখোজ মান দিওঁতেই তেওঁ প্ৰকাণ্ড বৰ কাহ এখনত লোহাৰ খুটা এটাৰে মাৰ মাৰি দিয়াৰ দৰে 'টং' কৈ এটা শব্দ শুনিলে।

'সেইটো কিহৰ শব্দ হ'ল ? গোপীনাথে উচাপ খাই সুধিলে।'

অ' আপোনাক আগতে কোৱা নহ'ল। জগত মন্ত্ৰী, এম.এল.এ. নেতা বা বুদ্ধিজীৱিয়ে মিছা বা ফাঁকি কথা ক'লে ওপৰত টংকৈ শব্দ হয়। তেতিয়া আমি স্বৰ্গত গম পাও যে মাটিত এটা মিছা কথা কোৱা হৈছে। এতিয়া আপুনি অসম এলেকাৰ শূন্যাংশত ওপঙি আছে গতিকে অসমত কোনোবা এজন ডাঙৰ মানুহে এটা প্ৰকাণ্ড মিছা কথা কৈছে– সেয়েহে ইয়াত প্ৰকাণ্ড শব্দ কৰি ঘণ্টা বাজিল।

'হয়নে ? বৰ আচৰিত কাৰবাৰ ! এতিয়া বাৰু অসমত কোন ডাঙৰ মানুহে মিছা কথা ক'লে ?' গোপীনাথে সুধিলে।

'কৈছে অসমৰ গৃহমন্ত্ৰীয়ে । তেওঁ কৈছে যে দহ টকা ঘোচ খালেও শুদাই এৰা নহ'ব।'

'ঠিকেই কৈছে– মিছানো কেনেকৈ হ'ল ?' গোপীনাথে সুধিলে।

'হ'ল। কাৰণ বৰ্তমান অসমত দহ টকা ঘোচৰ ৰেটেই নাই। সাধাৰণ পিয়নৰ পৰা আৰম্ভ কৰি মুখ্যমন্ত্ৰীলৈকে কথাটো জানে। গতিকে অচল কথা এটাৰ বিষয়ে ক'ব নাপায়।

গোপীনাথ আকৌ কিছুদূৰ আগবাঢ়িল। এইবাৰ আকৌ 'টং টং' কেৰাবাৰো শব্দ হৈ অবিৰামভাৱে পূজা কৰোঁতে বামুনে বজোৱা টিলিঙাৰ দৰে বাজিবলৈ ধৰিলে। গোপীনাথে সুধিলে, "সেয়া অবিৰাম কি বাজিছে ?'

'সেয়া মুখ্যমন্ত্ৰী তথা বিত্তমন্ত্ৰীয়ে বিধান সভাৰ বাজেট অধিবেশনত বাজেটখন পাঠ কৰিছে।' গাইডে ক'লে।

আকৌ তেওঁলোক কিছুদূৰ আগুৱাই গৈ থাকোঁতে 'টং' কৈ আকৌ এটা শব্দ হ'ল।

'এইবাৰ কোনে আকৌ মিছা কথা ক'লে ?'

'এইবাৰ অসমৰ পৰিবহন মন্ত্ৰীয়ে মিছা কথা এটা ক'লে। তেওঁ কৈছে যে তেওঁ কোনো জিলা পৰিবহন বিষয়া বা পৰিবহন পৰিদৰ্শকৰ পৰা ক্ৰমে এক লাখ আৰু পঞ্চাশ হাজাৰকৈ টকা বিচৰা নাই।

'মিছা জানো ? মন্ত্ৰীয়েনো টকা কিয় বিচাৰিব। তাতে নতুন পুৰুষৰ মন্ত্ৰী'

'মিছা। ইতিমধ্যে সেইমতে তেওঁ কোটি টকা গোটালে আৰু সামান্য বি দুই এজনে নিদিলে তেওঁলোকক নানা ধৰণৰ হাৰি-খুৰি কৰি মাৰিছে।' গাইডে ক'লে।

আকৌ টংকৈ শব্দ হ'ল।

'কোনে কি ক'লে এইবাৰ ?' গোপীনাথে সুধিলে।

'এইবাৰ প্ৰাক্তন উৰ্দ্ধত মন্ত্ৰী এজনৰ মৃত্যু হ'ল আৰু মানুহে তেওঁক সিংহপুৰুষ বুলি কৈছে।'

'পিছে কি হ'ল ?'

'তেওঁক সিংহ পুৰুষ বুলি কওঁতে প্ৰকৃত সিংহটো ভূৱে কথা মৰম ভতুৱা কুকুৰেও আপত্তি তুলিছে।

কিয় ?

কাৰণ তেওঁ আছিল এটা কপৰা শিয়ালপুৰুষ।

কিছুপৰৰ পাছত আকৌ টংকৈ বাজিল।

এইবাৰ একা ?

এইবাৰ বিধান সভাত মুখ্যমন্ত্ৰীয়ে কৈছে যে তেওঁ হেনো কেতিয়াও অসমত ষাঠি লাখ বিদেশী আছে বুলি কোৱা নাছিল। ইপিনে ছবছৰ দিন ধৰি হাজাৰ হাজাৰ জনসভাত মুখেৰে টেটুফালি কোৱাটো বাদেই— তেওঁৰ নামত লিখা কিতাপতো এই তথ্যটো ছপা কৰা আছে।

এইজন মুখ্যমন্ত্ৰীৰ নাম কি ?

অ' এইজন মুখ্যমন্ত্ৰীৰ নাম শৰমানন্দ কায়স্থ। শাইতে ক'লে।

কিছুদূৰ যোৱাৰ পাছত এইবাৰ গোপীনাথে 'চি চিয়নি' হাঁহিৰ খলকনি এয়া শুনিলে। গোপীনাথ আচৰিত হ'ল। তেওঁ ভাবিওকালে তায়ো একেকে ধৰিব নোৱাৰি ক'লে,

কি হ'ল ? কোনো হাঁহিছে সেয়া ?

সেয়া গাধাই হাঁহিছে। অসমত যি বোৰ সং গাধা মৰে, সিহঁতকে স্বৰ্গৰ এই পানীপতাতে আশ্ৰয় দিয়া হৈছে, সেয়া সিহঁতেই হাঁহিছে।

কিয় হাঁহিছে সিহঁতে ?

কাৰণ তলত মুখ্যমন্ত্ৰীয়ে ইংৰাজী কৈছে। মুখ্যমন্ত্ৰীৰ ইংৰাজী শুনি সিহঁতৰ হাঁহি উঠিছে।

আকৌ যেখোন সেয়া টংকৈ এটা শব্দ হ'ল ?

অ' সেয়া মুখ্যমন্ত্ৰীৰ পৰিয়ালে হঠাৎ সাহিত্য চৰ্চা কৰিবলৈ লৈছে।

কিছুসময় তেনেই নিস্তব্ধ। গোপীনাথে স্তম্ভিত উপায় ল'লে। অথনিৰে পৰা নিস্তব্ধ সময় এইকনহে পাইছে। কথাটোনো কি জানিবৰ কাৰণে সুৰ জেওজেই শাইতে ক'লে, "অসমত দুখন সাপ্তাহিক বাতৰিকাকতৰ প্ৰথম পৃষ্ঠা দুটা আৰু সম্পাদকীয় দুটা ছপা হৈছে। এখন দুখনাহে ওলায় আৰু এখন শুক্ৰবাৰে ওলায়। গোপীনাথে এটা উপায় পালে এইবুলি যেহেতুক তেওঁ এনে সময়তো সঁচা কথা কোৱা মানুহ দুই এজন দেশখনত আছে।

ঠিক তেনেতে তেওঁ আকৌ শিয়ালে হোৱা নিনাদ শুনে কোনো টিএল–বাবক

শুনিলে। তেওঁ বিস্ময়ত হতবাক। স্বৰ্গতো শিয়াল থাকিব নোৱাৰে। অৱশ্যে তেওঁ অসমৰ ৰিজিঅনতে আছে। হ'লেও স্বৰ্গলোক। তেনেহ'লে শিয়াল ক'ৰপৰা আহিল ?

তেওঁৰ মুখলৈ চাই গাইডে কথাটো বুজিব পাৰি ক'লে, "অ', এতিয়া অসমত এজন তেওঁৰ নিজৰমতে বিশ্ববিশ্ৰুত গায়কে দেশপ্ৰেমৰ গীত গাইছে কাৰণে ওপৰলৈ শিয়ালে দিয়া হোৱাৰ দৰে শব্দ আহিছে। এইজন বিশ্ববিশ্ৰুতে ডাঙৰ ডিগ্ৰী এটা ল'লো বুলি মিছাকৈ নামৰ লগত ডিগ্ৰী এটা লিখে। এওঁ অসমৰ বিপদকালত জাৰকালি সাপ গাঁতত সোমোৱাদি অসমৰ বাহিৰত গাঁতত সোমাই থাকে। বিপদ আঁতৰি গ'লেই এওঁ অসমীয়া মানুহক উচটাই কন্দুৱাই দেশপ্ৰেমৰ গীত গায়হি। তেওঁ হত্যাকাৰী সিদ্ধেশ্বৰ শইকীয়াৰ হাতৰ পৰাও কলিকাতাত পঞ্চাশ হাজাৰ টকা আৰু সোণৰ ৰেকৰ্ড লয়, তাৰ পাছত বতাহ সলনি হ'লে নতুন ঘাটক পৰমানন্দ কায়স্থৰ হাতৰ পৰাও একলাখ টকাৰ বঁটা লয়। চৰকাৰে এওঁৰ ওপৰত টকী বনাবলৈয়ো লৈছে। মদ খাই মেম জোকাই খেদা খোৱা মন্ত্ৰীৰ বাবেও এওঁ ওকালতী কৰে। দেশখনত এওঁৰ পিছে পিছে হাত চাপৰি বজাই ফুৰা শিয়াল এজাক ৰাখিছে।

গোপীনাথে শুনিবলৈ ইচ্ছা নকৰিলে। তেওঁ আকৌ এটা 'টং' শব্দ শুনিলে।

'এইবাৰ অসমত ভাষা-সংস্কৃতিৰ সভাৰ গুৰিয়াল নিৰ্বাচিত হ'ল। এখেতো নিজৰ মতে আন্তৰ্জাতিক খ্যাতি থকা কবি আৰু তেওঁ এবাৰ লণ্ডন মহানগৰীৰ দোকানী নথকা ডাঙৰ ডিপাৰ্টমেণ্টেল ষ্টৰ এখনত "কাৰ্ডিগান" এটা চুৰ কৰি বেগত ভৰাই ওলাই আহিব খোজোতেই ধৰা পৰিল।' গাইডে ক'লে।

গোপীনাথে এইবাৰ নিজৰ দেশৰ এনেধৰণৰ কথা কওঁতে স্বৰ্গৰ দেৱদূতে হাঁহিছেনেকি চালে। দেখিলে– নাই হঁহা। তেতিয়াহে গোপীনাথৰ মনত পৰিল যে দেৱতা আৰু চয়তানে নাহাঁহে নহয়।

আকৌ 'টং টং' দুটা শব্দ হ'ল। গোপীনাথে সুধিলে– "একেলগে যে দুবাৰ শব্দ হ'ল ?"

'অ' অসমত দুজন প্ৰাক্তন মুখ্যমন্ত্ৰীয়ে দুটা বৰ ডাঙৰ মিছা কথা ক'লে।'

'প্ৰাক্তন মানে– প্ৰাক্তন হ'বৰ হ'লেইনে ?' গোপীনাথে সুধিলে।

'আপুনি এটা কথা পাহৰি গৈছে যে মৰ্ত্ত্যৰ এবছৰ কাল স্বৰ্গত একমিনিটৰ সমান। ইতিমধ্যে আপুনি চাৰিবছৰ অতিক্ৰম কৰিলে। এতিয়া অসমত সিদ্ধেশ্বৰ শইকীয়া আৰু পৰমানন্দ কায়স্থ দুয়োজনেই প্ৰাক্তন মুখ্যমন্ত্ৰী।' গাইডে ক'লে।

'তেওঁলোকেনো একে সময়তে দুয়ো একেলগে কি মিছা কথা ক'লে যে 'টং টং' দুবাৰ বাজিছে ?' গোপীনাথে সুধিলে।

'দেশত বৰ্তমান সভাপতি অৰ্থাৎ প্ৰেচিডেণ্টৰ আৰু জোৱান অৰ্থাৎ মিলিটেৰীৰ শাসন চলিছে। সিদ্ধেশ্বৰে কৈছে যে এই কালছোৱাত দেশত ধৰ্ষণ চলা নাই। অন্য হাতেদি পৰমানন্দই কৈছে যে ধৰ্ষণ চলিছে। তেওঁ হাতৰ আঙুলিত পিন্ধি থকা

গ্ৰহৰ আওঠিটৈৰ দৰে নাইবা কফাল আৰু বাহুত বাদ্ধি লোৱা অধিবাসীবোৰৰ দৰে ধৰ্ষিত ছোৱালী, বোৱাৰী আৰু বৃদ্ধাৰ তালিকা এখন ওপৰ জেলত ওলমাই থৈ থুৱিছে।

'তেনেহ'লে সিদ্ধেশ্বৰে কোৱা কথাটো যদি মিছা পৰমানন্দই কোৱা কথাটো সঁচা! গতিকে এটা 'টং'হে বাজিব লাগিছিল।' আচৰিত হৈ গোপীনাথে সুধিলে।

পৰমানন্দই কোৱা কথাটো সঁচাই আছিল। কিন্তু তেওঁ লগতে আৰু এটা কথা যোগ দি ক'ব লাগিছিল। তেওঁ ক'ব লাগিছিল, "সভাপতিৰ শাসনকালত ষাঠিগৰাকী নাৰীক ধৰ্ষন কৰা হৈছে তাৰ তালিকা এইখন মোৰ ওপৰ জেলতে আছে। কিন্তু মই মুখ্যমন্ত্ৰী হৈ থকাৰ কালতে গোটেই অসমত ষাঠি গৰাকী নহয় প্ৰায় তিনিহাজাৰ কুমাৰী, গাভৰু, বোৱাৰী, বৃদ্ধাক ধৰ্ষন কৰা হৈছে।" এই কথাষাৰো যদি কাৰস্থই লগতে ক'লেহেঁতেন তেতিয়া হ'লে ইয়াত এটাহে 'টং' বাজিলহেঁতেন। গাইডৰ কথাত গোপীনাথে এটা হুমুনিয়াহ চাৰিলে যদিও স্বৰ্গলোকত হুমুনিয়াহ চাৰিব নাপায়।

কিছু খোজ আকৌ আগবঢ়াৰ পাছত গোপীনাথে আকৌ কিছুমান ফোচ-ফোচনি শুনিবলৈ পালে। নিৰন্তৰে কিছুমান ফোচফোচনিৰ শব্দ হৈছে আৰু তাৰ মাজে মাজে কিছু বিৰতি দি দি 'টং টং' বাজিছে। গোপীনাথে অৱিওকালে চালে। তেওঁ মনে মনে আচৰিত হ'ল— স্বৰ্গতনো ফেটীসাপো থাকেনে?' গাইডলৈ চালে।

'অ' আপুনি এই ফোচ-ফোচনিবোৰৰ কথা সুধিব খুজিছে। এইবোৰ ফেটীসাপৰ ফোচ-ফোচনি নহয়। এইবোৰ হ'ল অসমতলাখ লাখ অসমীয়া মানুহে লগতে আৰু কিছুমান সংগঠনে মুখ ফুটাই কৈছে যে তেওঁলোকে হেনো অসমৰ শত্ৰু চিনিছে। "এইবাৰ আৰু দেশৰ শত্ৰুবোৰক শাসনৰ বাবজৰী হাতত ল'বলৈ দিয়া নহ'ব। ৰাইজে দেশপ্ৰেমিকৰ ভণ্ডামী চিনি পাইছে গতিকে কোনেও যাতে দেশৰ কাৰণে বকিয়ালৰ জলুপানী চুকিব নোৱাৰিব। ৰাইজে সকলোকে চিনি পাইছে। ৰাইজ সাৱধান। এই শাসন কৰিবলৈ অহা প্ৰতাৰকৰ দলক সময় থাকোঁতেই চিনি লওক।" এইবুলি অসমীয়া ৰাইজ আৰু বহুত সংগঠনে জলত চিএৰিব লাগিছে বাবে চিএৰবোৰ ওপৰলৈ আহোঁতে ঢোৰা সাপৰ ফোচ-ফোচনি হৈ আহিছে। আৰু সেই ঢোৰা সাপৰ ফোচ-ফোচনিবোৰকে আপুনি ফেটী সাপৰ ফোচ-ফোচনি বুলি ভাবিছে।" গাইডে ক'লে।

কিন্তু মানুহবোৰেতো একো মিছা কথা কোৱা নাই, কিয় তেনেহ'লে মাজে মাজে 'টং টং' বাজিছে। গোপীনাথে সুধিলে।

মিছা কথা কৈছে সকলোৱে। কাৰণ দুৰ্নীতি, ব্ৰষ্টাচাৰ, অনাচাৰ, অত্যাচাৰ, স্বজন-তোষণ আদিত পৰীক্ষা দিয়া হ'লে নিজেকেই শাইকীয়াৰ চৰকাৰে 'টপ মাৰ্কছ' লৈ পাছ কৰিলেহেঁতেন। কিন্তু দুৰ্নীতি, ব্ৰষ্টাচাৰ, অনাচাৰ, অত্যাচাৰ, স্বজন-তোষণ, ভণ্ডামী, মাতালামী, দালাল, তোষণ ডকাইতি, অসভ্যালিত বদি পৰমানন্দ কায়স্থ আৰু তেওঁৰ চৰকাৰ পৰীক্ষাত বহিলহেঁতেন মাত্ৰ তিনিজনক বাদ দি সকলোৱেই শতকৰা দুশ নম্বৰ পালেহেঁতেন। সিদ্ধেশ্বৰ শাইকীয়া আজিকালি শোকত ম্ৰিয়মান হৈ থাকে বোলে বহুত কষ্ট কৰি তেওঁ স্থাপন

কৰা ৰেকৰ্ড পিছৰ সকলে অনায়াসে ভংগ কৰিলেতো কৰিলেই, একেবাৰে বিশ্ব ৰেকৰ্ড কৰিলে। সমাগত দুহেজাৰ বছৰত বিশ্বত পৰমানন্দ কায়স্থই অকলেই প্ৰতিষ্ঠা কৰা ৰেকৰ্ডটোকে কেনেও ভঙ্গ কৰিব নোৱাৰিব। কিন্তু মানুহে, কিছুমানে সিদ্ধেশ্বৰ শইকীয়াহঁতক লেই লেই চেই চেই কৰি শান্তিও বিহিছে পিছে পৰমানন্দহঁত অবাধে ঘূৰি ফুৰিছে। আচলতে এওঁলোকৰ হাড়বোৰো গুড়ি কৰি সাগৰৰ মাজতহে পুতি থ'ব লাগিছিল, যাতে টোৱে বালিলে আনি যদুবংশ ধ্বংস কৰাৰ মাড়ুৰি বন গজাব নোৱাৰে। সেইবাবেই মানুহবোৰৰ কথাবোৰ ঢোৰা সাপৰ ফোচ-ফোচনি হৈ উঠি আহিছে আৰু মাজে মাজে 'টং টং' বাজিছে।

গোপীনাথ মনে মনে ৰ'ল। তেওঁ গাইড দুজনৰ লগত আৰু কেইখোজমান দিছেহে তেনেতে চাৰিওফালে 'টং টং টং টং— ঘটং টং ঘটং টং'কৈ এনেদৰে বাজিবলৈ ধৰিলে যেন লাখ লাখ বৰঘণ্টাহে কাণৰ ওচৰতে কোবাই বজাইছে। গোপীনাথে কাণ দুখন সোপা মাৰি ধৰিও ৰক্ষা নাপালে। তেওঁ ভয়ত আতুৰ হৈ টেটু ফলা চিএৰৰ মাৰি সুধিলে, 'স্বৰ্গদূত! এয়া কিহৰ শব্দ হৈছে। মোৰ প্ৰাণ যায় যায়। অসমত কোন একেলগে ইমানবোৰ লোকেই ইমান ডাঙৰ মিছা কথাবোৰ কৈছে?'

'বৰদলৈদেউ, এয়া অসমত বৰ্তমান সিদ্ধেশ্বৰ শইকীয়া আৰু পৰমানন্দ কায়স্থই লগত নিজৰ নিজৰ দল লৈ গোটেই দেশতে বক্তৃতা দি ফুৰিছে।' গাইডৰ কথা কৈ শেষ নহ'লেই, শূন্যতেই গোপীনাথ বৰদলৈ ঢাঁচকৈ বাগৰি পৰি মূৰ্চ্ছা গ'ল।

নিমিষতে গাইড দুটাই গোপীনাথক স্বৰ্গাধিপতিৰ ওচৰলৈ আনি সবিশেষ বিবৰি ক'লে। স্বৰ্গাধিপতিয়ে 'টিলিকি' মাৰি নিমিষতে স্বৰ্গ বৈদ্যক মাতি আনি নিৰ্দেশ দিলে যেনে, গোপীনাথক সুস্থ কৰা হওক।

আৰু এনে ব্যৱস্থা কৰক যাতে গোপীনাথে সাৰ পায়েই নিজে দেখা বা শুনা অসমৰ সকলো কথা পাহৰি যায়। নহ'লে মানুহটো সঘনাই মূৰ্চ্ছা গৈ থাকিব। বা মানুহটো মূৰ্চ্ছা গৈয়েই পৰি থাকিব পাৰে।

'দূত!' স্বৰ্গাধিপতিয়ে মাতিলে।

'স্বৰ্গদেউ।' দূতে ক'লে।

আৰু যাতে কোনো স্বৰ্গবাসীয়ে নিজৰ এৰি অহা দেশখন চাব নোৱাৰে, এই আঁচনি বাতিল কৰা হ'ল। আৰু শুনা মহাত্মা গান্ধীয়েও বহুত দিনৰ পৰা ভাৰতবৰ্ষখন চাওঁ চাওঁ কৰি আছে—

সেই অনুৰোধো নাকচ কৰা হ'ল। কাৰণ গোপীনাথে অকল অসমখন দেখিয়েই মূৰ্চ্ছা গ'ল। গান্ধীয়ে নিজে প্ৰতিষ্ঠা কৰি অহা গোটেই ৰামৰাজ্য তথা ভাৰতবৰ্ষখন দেখিব নহয়, তেওঁ ততালিকে আত্মহত্যাই কৰিব। স্বৰ্গত আত্মহত্যা নিষিদ্ধ।' □

(এই গল্পৰ কিয়দংশ এটা মুখৰোচক 'বগৰ'ৰ পৰা ধাৰ কৰা হৈছে।— লেখক)

([illegible])

# মই এটা প্ৰহৰী কুকুৰ

মই এটা প্ৰহৰী কুকুৰ। পহৰা দিয়া কুকুৰ। মই গৃহস্থৰ বিশাল বাৰীখন ৰখি থাকো। ঘৰে ঘৰোৱাহে গৃহস্থ শুই থাকে। মই অহৰহ চাৰিওকালে ঘূৰি ঘূৰি ভুকি থাকো। গিৰিহঁতৰ টোপনি ভাঙিবলৈ মই ভুকি থাকো।

মোৰ বোপায়ো আছিল এটা পহৰা দিয়া কুকুৰ। মোৰ আয়ে মৰিবৰ দিনালৈকে ক'লে বোলে বোপাইৰ তেজ হেনো সম্পূৰ্ণ মোৰ গাতে আছিল। বোপাইৰ দিনত ভাল আছিল। বাৰী-ঘৰত সোমোৱা চোৰ ডকাইতবোৰ আছিল বগা। সিহঁতৰ গাৰ ছালবোৰ বগা আছিল, চুলিবোৰ মুগাবৰণীয়া অথবা ৰঙচুৱা আছিল। আজাৰবতো সিহঁত জিলিকি আছিল। বোপাই আৰু বোপাইৰ লগৰীয়া প্ৰহৰী কুকুৰবোৰে সেই বগা চোৰবোৰৰ পিছে পিছে খেদি ফুৰিছিল। বগা চোৰবোৰে বোপাইহঁতক ভয় খুৱাইছিল। বহুতক প্ৰাণে মাৰিছিল। বহুতৰ হাত ভৰি ভাঙি কোঙা কৰিছিল। বহুতক টোপ দিছিল। কিন্তু অৱশেষত সিহঁত আমাৰ গৃহস্থৰ ঘৰ-বাৰী এৰি গুচি গৈছিল। বোপাইহঁতে গমেই নাপালে সেই বগা চোৰবোৰে গৃহস্থ বুলি ভাও দিয়া বহুতৰ লগত গোপন চুক্তি কৰিহে গ'ল। যদিও দেখাত সিহঁত গ'লগৈ কিন্তু বাৰীৰ ভাগ সিহঁতে বহু প্ৰকাৰেই নিয়েই থাকিল। বোপাইহঁতে আৰু এটা ভুল কৰিলে। বোপাইহঁতে ভাবিছিল যে বাৰীত থকা বগাবোৰহে চোৰ। ক'লা চোৰ যে থাকিব পাৰে। বোপাইহঁতে ভাবিবই পৰা নাছিল। বোপাইহঁতৰ লগৰ বহুত পহৰা দিয়া কুকুৰেই শেষত চোৰলৈ পৰিবৰ্তন হ'ল। চোৰবোৰ ভালকৈ চিনি পোৱাৰ আগতেই বোপাই মৰিল। ক'লা চোৰ আজাৰত নমনি।

কিন্তু মই অকলশৰীয়া। মই অকলেই যোঁ যোঁৱাই ভুকিব লাগিছে। মোৰ জিভাৰ শিৰ কাটো কাটো হৈছে। মোৰ মুখেদি তেজ ওলাইছে। চাৰিওকালে চপলিয়াই ফুৰোতে মোৰ ভৰিৰ ছাল ছিগিছে। কিন্তু আচৰিত কথা হ'ল, হয়তো দৌৰোতে দৌৰোতেই মোৰ ভৰিৰ নখ চোকা হৈছে। বেজীৰ আগৰ দৰে চোকা হৈছে। মোৰ দাঁত চোকা হৈছে। চোৰ খেদাবলৈ নখ দাঁতৰ ব্যৱহাৰতেই মোৰ বিশ্বাস।

মোৰ ঘৰ-বাৰীৰ গৃহস্থ নিঃপাল দি শুই আছে। মাজে মাজে গৃহস্থই মোৰ চিঞৰত সাৰ পায়। কিন্তু উভতি মোকেহে ভেকাহি মাৰে। চিঞৰি বাখৰি বোলে মই টোপনি ভাঙিছো। টোপনি বোলে স্বাস্থ্যৰ বাবে বৰ হিতকাৰী। কিন্তু মই কিয় ভুকিছো, গৃহস্থই ভাবি চোৱা নাই। নিঃপাল দি শুই থাকোতেই তেজ-মঙহ চুহি শেষ কৰি এদল নোদোকা হৈছে আৰু গৃহস্থৰ যে দেহা শেতেলিৰ লগত মিলি গৈছে বুজাই নাই। ধৰিবই পৰা নাই। কি মোৰ গিৰিহঁত! কেতিয়াবা ভুকি থাকোতে ময়ো আচৰিত হওঁ। আজি কালি ইমানবোৰ চোৰ। আজিকালিৰ চোৰবোৰ বিভিন্ন পোছাক পিন্ধি আহে। পোছাক দেখি সিহঁত চোৰেইনে সেৱক, চোৰেইনে গৃহস্থ, চোৰেই নে কিঙ্কৰ, চোৰেইনে প্ৰহৰী সেয়া ধৰিবই নোৱাৰি। কিছুমানে গাত গৰুৰ ছবি থকা চোলা পিন্ধি আহে। কিছুমানে বুকুৰ মাজত হাতৰ ছবি থকা চোলা পিন্ধে। কিছুমানে আকৌ নাঙল লোৱা গৃহস্থৰ ছবি থকা চোলা পিন্ধে। কিছুমানে পদুমফুলৰ ছবি, কিছুমানে ৰথৰ ছবি, কিছুমানে কাঁচিজোনৰ ছবি আৰু শেহতীয়াকৈ কিছুমানে হাতীৰ ছবি থকা পোছাক পিন্ধি আহিছে। এই আটাইবোৰেই যে চোৰ, সেই কথা মই আজিকালি দেখিলেই ধৰিব পৰা হ'লো। সিহঁত আহিলেই মই গোন্ধ পাওঁ। কুকুৰৰ বিশেষতঃ পহৰা দিয়া কুকুৰৰ ঘ্ৰান শক্তি বৰ তীক্ষ্ণ। প্ৰথমতে এই বিভিন্ন ছবি থকা পোছাক পিন্ধাবোৰ আহে, আহি সিহঁতে প্ৰথমেই চোতালত পৰি শুই থকা ছালছিগা গৃহস্থৰ দুখত বাগৰি বাগৰি হিয়ালি জিয়ালিকে কান্দে। কান্দি ইটো পোছাকে সিটো পোছাকলৈ আঙুলিয়াই নিৰ্লজ শব্দৰে গালি পাৰে। সিহঁতৰ দোষতেহে গৃহস্থৰ এই অৱস্থা হ'ল তাক প্ৰতিপন্ন কৰিবৰ কাৰণে সিহঁত নাঙঠ হৈ পৰে আৰু নিজৰ নঙঠা পিঙঠা অৱস্থাৰেই গালি পাৰিবলৈ ধৰে। গালি পাৰি পাৰি, আমাৰ প্ৰজাতিৰ শাওন ভাদ মহীয়াৰ স্বভাবেৰে কামোৰা কামুৰি কৰি কিছুমানে জোৰ জবৰদস্তি গৃহস্থৰ ভিতৰ সোমায়। যিবোৰ ভিতৰ সোমাব নোৱাৰে সিহঁতে বাহিৰতে গৃহস্থৰ কাৰণে কান্দি কান্দি, ভিতৰ সোমোৱা বোৰক গালি পাৰি পাৰি বাৰীখন টহিলং কৰে।

মই অকলে অকলে ভুকি আছো। আছিল। একালত মোৰো বহুত লগ আছিল। সিহঁতেও মোৰ দৰে শপত লৈছিল বাৰীখন বুখিবলৈ। চোৰ দেখিলেই ভুকিবলৈ পন লৈছিল। কিন্তু চাৰিওফালে ভুকি থাকোতে গমেই নাপালো সিহঁতনো কোন কেতিয়া কেনি গ'ল। কিছুমানে বিভিন্ন পোছাক পিন্ধি চোৰবোৰৰ লগ লাগিল। কিছুমানৰ চোৰবোৰে ভয় খুৱালতে ভয় খাই দুই ঠেঙৰ মাজত নেজ সুমুৱালে। কিছুমানে চোৰমখাই দিয়া গুৰ পিঠাগুড়িৰ লাডুটো মুখেৰে কামোৰ মাৰি ধৰাত মুখ মেলি ভুকিব নোৱাৰা হ'ল। জানোছা মুখ মেলিলেই টোপটো সৰি পৰে। কিছুমানে আকৌ টোপো নিগিলিলে, ভয়ো নাখালে কিন্তু সন্তান জন্ম দি ভাগৰত লালকাল দিয়া গোৰাভী মাইকীৰ দৰে পিৰালিতে বা চোতালতে ভাগৰত বহি থাকিল। সিহঁতে মুখ নেমেলা হ'ল, ভৰি নদঙা হ'ল, গা নলৰোৱা হ'ল— মাত্ৰ ভুকি থকা

মোকে নিৰীক্ষণ কৰি ৰ'ল।

খুৱাইছিল। মোকো ভয় খুৱাইছিল। টঙনিয়াই মাৰিম বুলি ভয় খুৱাইছিল। মই ভয় নাখালো বৰঞ্চ সিহঁতৰ টাঙোনডালকে কামুৰি ধৰিবলৈ জপিয়াবলৈ ধৰিলো। তাৰ পাছত সিহঁতে মোলৈ এটাৰ পিছত এটাকৈ টোপ দলিয়াই দিছিল। মই সিহঁতে, দলিয়াই দিয়া টোপ ভৰিৰে এচাৰি পেলাইছিলো। মূত্ৰশৌচ কৰি দিছিলো সেইবোৰ টোপৰ ওপৰত। তাৰ পিছত সিহঁতে মেমেৰা নিশকটীয়া গৃহস্থৰ লগত আলচ কৰি মোৰ জিভাখন কেনেকৈ ছিঙি পেলাব পাৰি উপায় ভাবিছিল। মোৰ দাঁত নখবোৰ কেনেকৈ ভোটা কৰি দিব পাৰি উপায় চিন্তিছিল। শেষত সিহঁতে মোকেই চোৰ চোৰ বুলি চিঞৰিবলৈ ধৰিলে। কিন্তু মোৰ সবল বৌবৌৱণিৰ ওচৰত সিহঁতৰ দুৰ্ব্বল কণ্ঠৰ চিঞৰ তল পৰি গ'ল। সেই চোৰবোৰৰ এৰেহা খোৱা কিছুমানে মোক প্ৰাণে মৰাৰ চেষ্টা কৰি জুম পাতি পাতি চোপ দিবলৈ ধৰিলে। মই কিন্তু নিশ্চিত । কাৰণ মই জানো যে শিয়ালে কাহানিও বাঘ মাৰি পোৱা নাই। বাঘৰ গোন্ধ পালে শিয়ালে ফেউ ফেউকৈ বিকৃত চিঞৰ মাৰে। গতিকে সেই ফেউৰাৰ জাকৰ কালে মুখ কৰি মোৰ নিচিনা বাঘৰায় প্ৰহৰী কুকুৰক ভয় কৰাৰ প্ৰয়োজন নাই। সেয়েহে মই অবিৰত ভাবে নিৰন্তৰে বাৰীখন পহৰা দি দি ভুকি আছো। চোৰেই গিৰিহঁত হৈ মোলৈ চোচা মাৰিছে। মই ভুকিছো,

গৃহস্থৰ প্ৰকাণ্ড সাতপুৰা মাটিৰ বাৰীখন চোৰ ডকাইতবোৰৰ বাবেই চাপ খাই খাই এপুৰাত পৰিলহি। সেই এপুৰা মাটিৰ বাৰীখনতেই দেশৰ মানে চোৰ ডকাইত তেজপিয়াৰ জাক আছেই, তাতে আকৌ সোমালহি নহয় চুবুৰীয়া বাৰীৰ পৰা বানৰজাক। ওচৰৰ কেবাজনো বাৰীৰপৰা সনাহী বানৰজাক আহিল। প্ৰথমে আহিয়েই সিহঁতে আমাৰ গৃহস্থৰ ভৰিত মূৰ থৈ কান্দিবলৈ ধৰিলে। সিহঁতক বোলে সেইবোৰ বাৰীৰ পৰা তাৰ চোৰবোৰে খেদালে। তাত সিহঁত 'নৰই' আছিল ইয়ালৈ আহিয়েই 'বানৰ' হ'ল। আমাৰ গিৰিহঁত অলপতে ভোল যায়। সিহঁতৰ দুখত হিয়া ভাগি গ'ল বাৰীতে থাকিবলৈ দিলে। দি নিশ্চিতে পাটিত পৰিল গৃহস্থ। এই ঘৰ-বাৰীত থকা বিভিন্ন পোছাক পিন্ধা চোৰ ডকাইতবোৰে সেই বানৰবোৰক নিজৰ স্বাৰ্থত খটুৱাবলৈ ধৰিলে। পিৰালিৰ পৰা সেই বানৰবোৰ ঘৰৰ চালত উঠিল। তাৰ পিছত বাৰীখন টহিলং কৰিবলৈ ধৰিলে। ফল,মূল, শইচ, ঢাঁহি মোহাৰি ফুলতে টকালি পেলালে। ঘৰৰ চালত জপিয়াই ফুৰোতে চাল ফুটি সৰগ দেখা হ'ল। গিৰিহঁতৰ গাত বৰষুণ ৰ'দ পৰিবলৈ ধৰিলে। মই ভুকিবলৈ আৰম্ভ কৰি দিলো। মোৰ দায়িত্ব বাঢ়িল। আগৰ চোৰ ডকাইত তেজপিয়াবোৰতো আছেই তাতে আকৌ নতুনকৈ সোমালহি নহয়, এই সনাহী বানৰ জাক। মোক সিহঁতে ভাবুকি দিবলৈ ধৰিলে। দাঁত, নখ নিকটাই সিহঁতে মোক খেদি আহে। গছৰ বোৰেঙণিত বহি সিহঁত নাঙঠ টিকা খজুৱাই খজুৱাই মোক ভেঙুচালি কৰিবলৈ ধৰিলে। মোৰ নিচলা গিৰিহঁতৰ খবৰেই নাই। মাজে মাজে মাত্ৰ মোৰ মৃত বোপাইটোৰে আহি সোধেহি, "বাল, জীয়াই আছনে ?"

যোপায়েনো কেনি আহি মাত লগাইছেহি, চাবলৈ মূৰ ঘূৰাব নোৱাৰো। মই ভুকি আছো। অকলে অকলে ভুকি আছো। চাওঁতে চাওঁতে বানৰবোৰে মোৰ গিৰিহঁতৰ মুখৰ ভাষাটোও কাঢ়ি ল'লে। সিহঁতে যিটো ভাষাৰে খেক্ খেকায় কুঁ কুৱায়— সেইটোহে বোলে কথা কোৱাৰ আচল প্ৰকৃত ভাষা। আঁ! ভাত নিলি, এতিয়া মাত নিবলৈ ফন্দী পাতিলি, বণিকটো ভৰিচেলেকাৰ সঁচ। মই ভুকিবলৈ আৰম্ভ কৰিলো আৰু জোৰত। মোৰ কাষত মাজে মাজে দুই চাৰিটা মোৰ নিচিনা নিদ্ৰাহীন পহৰাদাৰী কুকুৰ ৰয়হি। মই সাহস পাওঁ। সিহঁতে মোক কয় বোলে, তোৰ দৰে আমি ভুকিব নোৱাৰো। আমাৰ জিভা দুৰ্ব্বল। কিন্তু আমি বুজি পাইছো। তোৰ ভুকাৰ অৰ্থ আমি বুজি পাইছো। নানা কাৰণত বা নানান দুৰ্ব্বলতাত আমি তোৰ দৰে ভুকিব নোৱাৰিলো বুলিয়েই তই ভাবি নলবি যে তই অকল শৰীয়া। আমি তোৰ কাষতে আছো। মই মোৰ নতুন লগৰীয়াকেইটাৰ কথাত সাহস পাওঁ। মই সিহঁতক ক'লোঁ বোলে তুহঁতে নোৱাৰ নালাগে বাৰু ভুকিব। কেৱল মোৰ ওচৰতে থাকিবি। সিহঁতে সন্মতি দিলে। মোৰ সাহস বাঢ়িল। মই বাৰী টহলিং কৰা নতুন নতুন চোৰবোৰ চিনি উলিয়াবলৈ ধৰিলো। মই এটা থলুৱা বানৰ চোৰ ধৰা পেলালো। মলুৱাটোৱে প্ৰথমেই মোক হাত কৰিবলৈ নানা ফন্দী পাতিছিল। সি বৈদ্যৰ ৰূপত ঔষধৰ কাৰবাৰ কৰিছিল। সি অকামিলা হোৱা বিহ ঔষধৰ কাৰবাৰ কৰিছিল। দুৰ্ব্বল গিৰিহঁতক আৰু দুৰ্ব্বল কৰিছিল। কণা, কালা, কোঙা আৰু বোবা কৰি আনিছিল। মলুৱাটোৰ চাৰিওফালে ঘূৰি ঘূৰি মই ভুকিবলৈ ধৰিছিলো। মোৰ গিৰিহঁতৰ দুৰ্ব্বল কোঙা সন্তানক সেই মলুৱাই গছকি মাৰিব খুজিছিল। মই জাপ মাৰি তাৰ বুকুত কামোৰ মাৰি ধৰিলো। সি মোক এচাৰ মাৰি মাৰিব খুজিছিল। যেহেতু মই তাৰ বুকুত কামুৰি ধৰিম গতিকে মই ভুকিব নোৱাৰিম। এতেকে মোৰ কাষত আগৰে পৰা থকা 'নানান কাৰণত ভুকিব নোৱাৰিম যদিও কাষতে থাকিম' বুলি কোৱা কেইটালৈ চালো। দেখিলো এটাও নাই। কোনেও মোলৈ চোৱা নাই। মোৰ চিঞৰ যেন সিহঁতৰ কাণত সোমোৱা নাই। সিহঁতে মোৰ ফালে চোৱা নাই। যেন চালেই মলুৱাই বেয়া পাব। যেন মলুৱাটোৱে বেয়া পাব বুলি ভাবিয়েই সিহঁতে মোক চিনি নোপোৱাৰ ভাও ধৰিলে। মই বুজাব খুজিছিলো যে এই নিচিনা মলুৱাবোৰে তহঁতৰ নিচিনাবোৰৰ তেজ খাইছে তেজ বঢ়াইছে। সিহঁতে মোৰ ফালে নোচোৱাই হ'ল। মই অকলশৰীয়া হ'লো। মই নিলগ হ'লো। সেই বুলি মই মোৰ দায়িত্ব এৰি দিমনে। ঘৰ-বাৰী ৰখাৰ দায়িত্ব, কৰ্তব্য মই স্ব-ইচ্ছাই বান্ধি পাতি লৈছো। নহ'লেনো মোৰ জাতৰ বাকীবোৰ দকচি দকচি মঙহ চোবাই থাকোতেও মই ভুকি ভুকি ডিঙিৰ তেজ উলিয়াওনে। মই অকলেই নমৰালৈকে মোৰ দায়িত্ব পালন কৰি যাম। সেয়ে মই ভুকি আছো। মই দৌৰি দৌৰি ভুকিছো। মোৰ নিচিনা যদি আৰু এজাক সজাগ প্ৰহৰী কুকুৰ ওলালহেঁতেন! অইন একো কৰিব নোৱাৰিলেও কেৱল ভুকিবলৈকে ওলোৱা হ'লেও। মই যদি কেতিয়াবা উজুতি খাই বাগৰি পৰো! ঠিক

তেনেতে এটা সৰু পোৱালি মোৰ সমুখত ৰ'লহি। তাৰ চকুদুটা আধাপকা জলকীয়াৰ দৰে ৰঙা আৰু জিৰবিৰাই আছে। কোনো আগ কথা নোকোৱাকৈ সি মোক ক'লে, "ককাই তোমাক সেই মলুৱাটোৱে ভাবুকি দিছে। বোলে চিন্তা নকৰিবা, এইবাৰ সি ভাবুকি দিলেই তাৰ কলিজা ছিঁৰি পেলাম!" কৈয়েই সি ফপৰা শিয়াল এটা খেদি নিয়াৰ দৰে দৌৰ মাৰিলে। সিনো কোন, ক'ৰ পৰানো আহিছে নে মোৰ দৰে সিও ভুকিবলৈ আৰম্ভ কৰিছে নেকি মই একো সুধিবলৈকে নাপালো। সি অদৃশ্য হৈ গ'ল।

ঘটিল নহয় এটা কাণ্ড! চাই থাকোতেই গিৰিহঁতৰ ঘৰৰ চাৰিওফালে এজাকে চিঞৰ-বাখৰ কৰিবলৈ ধৰিলে। হিঁতে ক'বলৈ ধৰিলে যে বাৰীত সোমোৱা বানৰ জাকৰ কাৰণেই গৃহস্থৰ এই ছাল ছিগা অৱস্থা হ'ল। সিহঁতে ভুলতো কিন্তু আগৰে পৰা থকা চোৰ ডকাইতবোৰৰ কথা নক'লে। বানৰবোৰ আৰু বানৰৰ পিঠিত উঠি গৃহস্থৰ ভিতৰলৈ সোমোৱা হাতৰ ছবি থকা পোছাক পিন্ধাবোৰক এই নতুন জাকে চোৰ চোৰ বুলি টিকাফাটা চিঞৰ মাৰিবলৈ ধৰিলে। মই ভালেই পাইছিলো বোলে হওক তেওঁ নতুন প্ৰহৰী এজাক ওলাল। পিছে সিহঁতে মোৰ ফালে নাচালেও আনকি মোৰ বৌ বৌৱনি চিঞৰ শুনিবলৈয়ো প্ৰস্তুত নহ'ল। তাৰে দুটা মানে আকৌ মোকে বানৰৰ সমৰ্থক বুলি ভাবুকিহে দিব খুজিলে। মই তেতিয়াই সিহঁতৰ মতলব বুজি পালো। মই অকলে অকলেই আৰু জোৰেৰে ডিঙিৰ শীৰ ফুলাই ফুলাই ভুকিবলৈ ধৰিলো। মই ভুকি থাকোতেই গমেই নাপালো — কেতিয়ানো সিহঁতে হাতৰ ছবি থকা পোছাক পিন্ধাহঁতৰ কেঁকনি গেঙনি শুনি এবাৰ ভুকি ভুকিয়েই ভিতৰলৈ চাই দেখিলো হাতীৰ ছাল মোৰোৱাবোৰ গিৰিহঁতৰ হড়ুলা বুকুৰ ওপৰত বহি আছে। হাতীৰ ছাল গাত মেৰাই ল'লেই জানো শিয়াল হাতী হ'ব পাৰিব। গতিকে মই বুজি পালো যে মোৰ ছাল ছিগা গিৰিহঁত তপত খোলাৰ পৰা জুইত পৰিল। হাতবিলাকে যেনিবা গিৰিহঁতক তপত খোলাত ভাজিছিল আৰু এতিয়া হাতীবোৰে যেনিবা খোলাৰ পৰা আনি জুইত ভৰাই দিলে। মই বলিয়া হৈ গ'লো। মই চিঞৰিবলৈ ধৰিলো। টোপা কাড় যোৱাদি মই বাৰীৰ ঢাপৰ ফালে গ'লো। ভুকি ভুকি জপনাৰ মুখলৈ আহিলো, বৌ বৌৱাই ভুকি ভুকি ঘৰৰ ভিতৰলৈ চালো, হাতীৰ গছকত প্ৰাণটাকি কোকোঁৱা গিৰিহঁতৰ শুকান যন্ত্ৰণাত বিকৃত হৈ যোৱা মুখবোৰলৈ চালো। মোৰ মগজত কিহবাই কামুৰি ধৰিলে। চিঞৰোতে চিঞৰোতে মোৰ মাত ভাগি গ'ল। মোৰ ভয় হ'ল— যদিহে মোৰ মাত একেবাৰে নোলোৱা হয়! তেতিয়া!!

কিন্তু হঠাত কি শুনিলো। মোৰ দৰে যেন য'তে ত'তে আৰু কিছুমানে ভুকিবলৈ ধৰিছে। মই ঠিকেই শুনিছোনে? ভুকি থকাবোৰৰ কিছুমানে যেন কিছুমান চোৰৰ কলিজাত কামুৰি ধৰিছে। কামোৰ খোৱাবোৰে যেন মৰণ যন্ত্ৰণাত গেঙাইছে। হয় ঠিকেই, মই নজনাকৈয়ে মোৰ দৰে বহুত পহৰা দিয়া কুকুৰ ওলাল। বাধী বাধিবলৈ

আৰু এদল প্ৰহৰীৰ জন্ম হ'ল। মোৰ গাটো আনন্দত জিকাৰ খাই উঠিল। মনৰ উলাহতে কেইটামান জাপ মাৰিব খোজোতেই শুনিলো দপ্ দপ্নি। কিহৰ দপ্ দপ্নি। প্ৰহৰী কুকুৰ জাক ওলাই আহিছে নেকি ? ওহো নহয় ! মই দেখিলো। এইবাৰ মই ভয়ত জিকাৰ খাই উঠিলো। এই জাক ৰাং কুকুৰ। মোৰ নিচিনা সজাগ প্ৰহৰীবোৰক, ভুকি থকা বোৰক, চোৰ ডকাইত খেদাবলৈ ওলাই অহাবোৰক ধ্বংস কৰিবৰ কাৰণেই এই জাক অনা হ'ল। হাতৰ পোছাক আৰু হাতীৰ পোছাক ভিতৰি ভিতৰি এক হৈ গ'ল। ছালছিগা গিৰিহঁতক এই কথাৰ ফুটকে নিদিলে। হাত আৰু হাতীয়ে কমিটি কৰি সিহঁতৰ নিজকে আৰু ইতিমধ্যে বাৰী-ঘৰ টহিলং কৰা চোৰ ডকাইতবোৰক বচাবৰ কাৰণেই এই ৰাং কুকুৰ জাকক মাতি আনিছে। হাঁয় হাঁয়, মই বাৰু মৰোৱেই কিন্তু মোৰ পিছৰ চামক ! সিহঁতক যদি মাৰি পেলায় !

নতুন জন্মৰ সৌজাক প্ৰহৰী মোৰ ফালে দৌৰি আহিছে। সিহঁতে ফোপাই ফোপাই ক'লে, "ককাই কেৱল ভুকি থাকিলেহে নহ'ব। দাঁত আৰু নখবোৰ চোকা কৰি লোৱা। ইহঁতক কামুৰি আচুৰি বাকুহি নিঃশেষ কৰিব লাগিব। বহুত দিনৰ পৰা তোমাৰ ভৌ ভৌৱনি শুনি আছো। আমিও ওলাই আহিলো।" মই পৰহিয়েই জগা গৰু পোৱালী এটাৰ দৰে আনন্দত জপিয়াই উঠিলো। আশাই মোৰ বুকু ডাঠ কৰিলে। আঃ মোৰ কি আনন্দ মোৰ চাৰিওফালে এইজাক নতুন প্ৰহৰী। সিহঁতৰ দাঁত চোকা, নখ চোকা। ইহঁত নতুন লগৰীয়া। মই ভুকি আছো। এতিয়া মোৰ লগেই লগ। বোলে ইহঁতক ময়েই ভুকি ভুকি জগাই দিলো। ইহঁতক কোনে মাৰে ! কোনে মাৰে মোক। এতিয়া গিৰিহঁতেও সাৰ পাব, আমিও সাজু।□

(১৯৯১)

# অৰুণ জিয়াই আছনে ?

মই শুব নোৱাৰা হৈছো। মাজনিশা অথবা শেহনিশা। গছ বিৰিখো যেতিয়া টোপনিত লালকাল, তেতিয়াই দেউতা আহে। আহি দুৱাৰত টুকুৰিয়ায়। মই চাৰিফালে চাওঁ। সিথন বিছনাত নিঃপাল দি শুই থকা পত্নী আৰু ছোৱালী দুজনীক ডিম লাইটৰ নীল পোহৰত চাবলৈ চেষ্টা কৰোঁ। দুৱাৰত টোকৰ পৰি থাকে। এনেকৈ দুৱাৰত টোকৰ পৰি থাকিলে প্ৰণত্তিহঁতে সাৰ পাব। মই লাহেকৈ উঠি দুৱাৰখন খুলি দিওঁ। সন্ধ্যালগা ফুৰি চাকি ঘৰ সোমোৱা প্ৰসন্নমনা গৃহস্থৰ দৰে দেউতা সোমাই আহি চকীখনত বহে। মোৰ ফালে চাই দেউতাই সোধে, "অৰুণ জীয়াই আছনে ?" মই একো মাত্তিব নোৱাৰো। মাত্তিব পাৰো কেনেকৈ ? সেইটোনো এটা পুতেকৰ প্ৰতি বাপেকৰ প্ৰশ্ন হ'ব পাৰেনে ? এটা ডেকা চঞ্চল কনিষ্ঠ পুত্ৰ দেউতাৰ সমুখত বহি থাকোতেও প্ৰশ্ন কৰিছে, বোলে অৰুণ জীয়াই আছনে ? মোৰ ফালে নোচোৱাকৈয়ে দেউতাই ক'বলৈ ধৰে, যেন স্বগতোক্তিহে কৰি আছে।

"এই শৃগালকুলে দেশখন সোণৰ কৰিম বুলি মানুহক মোহিনীবাণ মাৰি থকা মাটিকনো হেৰুৱালেহে। দেখিছো আটাইজাকেই নিজৰ শৌচ কৰা ঘটিটোলৈকে সোণৰ কৰি ল'লে। সিহঁতৰ অপৰ্য্যাপ্ত সা-সম্পত্তি। ধন টকা পইচা— গাড়ী, বাৰী, নাৰী। দেশৰ মহানগৰে মহানগৰে ঘৰ মাটি। মন্ত্ৰীৰ ড্ৰয়াৰতো টকাৰ জাপ। পলিথিনৰ পেকেটত টকা ভৰাই মাটিৰ তলত পুতি থৈছে। কলিকাতাৰ বজাৰত সোণ কিনি সোণ মজুত কৰিছে। ইংৰাজীৰ সামান্য শব্দ এটাও মুখত ফুটাব নোৱাৰা গদৰ্ভ শ্ৰেষ্ঠয়ো ইংৰাজীত ডাঙৰ কিতাপ লিখাই নিজৰ নামত ছপা কৰাইছে। মদ খাই মাতাল হৈ ইহঁতে হিতাহিত জ্ঞান হেৰুৱাই মাকৰ বয়সীয়া মহিলাকো সাবটি ধৰিছে, বাটৰ দাঁতিত পৰি আছে। চাপ্লিমেণ্টৰী পৰীক্ষা তিনিবাৰ দি কথমপি পাছ কৰাটোৱেও মন্ত্ৰী হৈ বি.এ. পাছৰ জাল চাৰ্টিফিকেট দিছে। কুলাঙ্গাৰ মন্ত্ৰী ভাতৃয়ে চৰকাৰী গাড়ী মদ খাই মাতাল হৈ চলাই গৈ বৈ থকা গাড়ীত খুন্দা মাৰি ভাঙি চুৰমাৰ কৰিছে, অথচ দেশত সেইটো মন্ত্ৰীৰ মুখৰ ওপৰত বমলিয়াই অমঙ্গলৰ আগজাননী দিবলৈয়ো এটা কাউৰীও নোলাল। চাউল চুৰি কৰিছে, কাঠ চুৰি কৰিছে, জুঁৱাৰ টকা চুৰি কৰিছে।

হাতৰ দহোটা আঙুলিত গ্ৰহৰ কুৰিটা আঙঠি পিন্ধি প্ৰগতিশীল বুলি বক্তৃতা দিছে। নাই দিয়ানে ? তেনেহ'লে তই কি কৰিছ ? কি কৰিছ অৰুণ ? অৰুণ জীয়াই আছনে ?

এইদৰে অনৰ্গল কৈ কৈ মই জীয়াই আছোনে নাই প্ৰশ্ন কৰি দেউতা বহাৰ পৰা উঠিল। মই মেকুৰী খোজেৰে আহি বিছনাত উঠিলোহি।

মোৰ টোপনি আহে ক'ৰ পৰা। ওপৰলৈ মুখ কৰি পৰি আছো। আজিৰ পৰা কুৰি বছৰৰ আগতে মই এজন বিপ্লৱী লেখক আছিলো। মোৰ গল্প, উপন্যাস, নাটক আৰু বক্তৃতাৰে মই সমাজ পৰিৱৰ্তনৰ বাবে সশস্ত্ৰ বিপ্লৱৰ আহ্বান দিছিলো। গান্ধী প্ৰভুৰ দ্বাৰাই যে দেশত এটা মুষ্টিমেয় শ্ৰেণীৰ বাবেহে ৰামৰাজ্য হ'ল তাকে মই প্ৰতিষ্ঠা কৰিব খুজিছিলো। সাহিত্য সভাকে ধৰি ধ্ৰুপদী সাহিত্যৰ তথাকথিত ৰথী-মহাৰথীসকলে মোৰ সেইবোৰ লেখা সাহিত্য নহয় বুলি চিঞৰিছিল। মোৰ অনুগামী বহুত পাঠক-পাঠিকাই ময়েই আগন্তুক সশস্ত্ৰ বিপ্লৱৰ নেতৃত্ব দিম বুলি ভাবিছিল। তেওঁলোকৰ পৰা অহা চিঠিবোৰত সেই কথা ব্যক্ত কৰিছিল। মই অস্ত্ৰৰ ঝন ঝননি শুনিবলৈ পাইছিলোঁ যেন সমগ্ৰ দেশতে অস্ত্ৰই শোভাযাত্ৰাহে কৰিছিল। কিন্তু যোৱা কুৰি বছৰে মোৰ কতো একো ওলোৱা নাই। মই একো লেখা নাই। মোৰ নামটো কেৱল সংৰক্ষণশীল সমালোকৰ সমালোচনাতহে দুই এবাৰ ওলাইছে যদি ছপা হৈছে। তাৰ বাহিৰে মই যোৱা কুৰিবছৰে কতো একো লেখা নাই। তাকে দেখি মোৰ সহৃদয় বন্ধুসকলে মন্তব্য দিয়ে, বোলে অৰুণ সাহিত্য সভাৰ সভাপতি হ'বৰ বাবে লাহে লাহে উপযুক্ত হৈ আহিছে। মই একো লেখা নাই দুটা দশক ধৰি।

ৰাতিপুৱা মই দেউতাৰ কথা পাহৰি গ'লো। চাহৰ টেবুলত পত্নী-কন্যাৰ সৈতে হাঁহি-হাঁহি চাহ খাইছো। চাকৰিৰ কাৰণে ওলাবলৈ সাজু হৈছো। মই এজন চৰকাৰৰ দায়িত্বশীল গেজেটেড অফিছাৰ। চৰকাৰেই মোৰ আই বোপাই। যদি চৰকাৰৰ মূৰব্বীয়ে "চেণ্টিনেৰী" বোলা শব্দটো বাৰে বাৰে "চেনিটেৰী" বুলি উচ্চাৰণ কৰিছে মই মূৰ দুপিয়াই সমৰ্থন দিছো। যদি "আচপিচিয়াচ" শব্দটোকে "চাচপিচিয়াচ" বুলি উচ্চাৰণ কৰিছে, যদি "অল" শব্দটোৰ পাছত বহুবচন বুজাবলৈ এছ এটা লগাই 'অলচ্' কৈছে মই হাত চাপৰি বজাই সমৰ্থন কৰিছো, যদিহে মুখ্যমন্ত্ৰীয়ে লোকে লিখি দিয়া ছপা ভাষণখন যেঁহাই যেঁহাই পঢ়োতে পাত লুটিয়াই যাওঁতে তিনি পৃষ্ঠাৰ পাছত পাঁচ পৃষ্ঠাৰ কথাখিনিকে পঢ়ি গৈছে, তাকো সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ ভাষণ শুনা ভাষাৰ গৱেষক ছাত্ৰৰ মনোযোগেৰে শুনি হাত তালি মাৰিছো। মই চৰকাৰী বিষয়া। মই ডেকা মানুহ। মই এজন দায়িত্বশীল চৰকাৰী বিষয়া। মোৰ চকুৰ আগত ওখ ওখ চকীবোৰ। মই বহিবলৈ এখোজ দুখোজকৈ খোজ পেলাইছো। মোৰ এটাই দুখ যে সৰুতে মোৰ নীতি পৰায়না মা আৰু বুজন হলত কাৰ্ল মাৰ্ক্স এই প্ৰাণী দুটাই মোৰ মূৰটো খাই পেলালে। এই প্ৰাণী দুটাই মোৰ উন্নতিৰ পথত গড় বান্ধি দিলে। একেলগৰ চাকৰিয়ালে যেতিয়া একে দৰমহাৰেই গাড়ী, মাটি কিনিছে আৰু মই সেই

দৰ্মহাৰে ভালকৈ চলিবই পৰা নাই— তেতিয়া মা আৰু মাৰ্জনে মোৰ তীব্ৰ খং উঠে। এই প্ৰাণী দুটাই মোৰ হতুৱাই সমাজৰ একো হিত সধাব নোৱাৰিলেতো নোৱাৰিলেই তাৰ বিপৰীতে মোৰ ব্যক্তিগত জীৱনতো অধোন্নতিৰহে সোপান ৰচিলে। কি প্ৰয়োজন আছিল ইমান দীঘল দীঘল নীতিৰ ওপৰত বক্তৃতা মৰাৰ।

দিনটোৰ শেষত চাকৰি-বাকৰি শেষ কৰি বজাৰ-সমাৰ কৰি বাতৰি কাকত-আলোচনী এসোপা লৈ মই এজন বন্ধুৰ ওচৰলৈ যাওঁ। ভাওৰ বন্ধুজনক দেউতাৰ কথা এবাৰ কও নেকি ভাবো। ক'ব নোৱাৰো। মানসিক ৰোগ বুলি ভাবিব পাৰে।

কিন্তু যিমানেই ৰাতি হৈ আহিব সিমানেই মই শংকাত মনে মনে কঁপিবলৈ ধৰো, টেবুলত মাছে ভাতে খাই উঠি মই শুবলৈ যাওঁ। ৰাতি টোপনি নাহে বুলি বাতৰি কাকতত ওলোৱা অনাহাৰত মৃত্যুৰ সংবাদ মই নপঢ়ো। এঘাৰ বছৰীয়া কুমাৰী ধৰ্ষণৰ খবৰ মই নপঢ়ো। সশস্ত্ৰ বিপ্লৱৰ খবৰ মই নপঢ়ো। তাৰ পৰিবৰ্তে মন্ত্ৰী, এমেলে, সাহিত্য সভাৰ সভাপতিৰ ভাষণ বা বিবৃতি পঢ়ো। তথাকথিত স্বয়ম্ভু বিশ্ববিখ্যাত সুৰকাৰ গায়কৰ ভগা মাতেৰে গোৱা ফুলশয্যাত মৰহি যোৱা শেৱালি ফুলৰ গানৰ কেচেট শুনো। তেওঁৰ যে ডক্টৰেট ডিগ্ৰীটো ফাঁকি, সেই বিষয়ে কাগজত কোনোবাই যুক্তিৰে প্ৰমাণ দি লিখিলেও নপঢ়ো। মন্ত্ৰী-এমেলেৰ আশ্বাসৰ বাণী, সভাপতিৰ বাণী, বিশ্ববিখ্যাত গায়কৰ গান পঢ়িলে-শুনিলে টোপনি ভাল হয় বুলি শুনিছো। ময়ো তাকেই কৰোঁ। আৰু সঁচাকৈয়ে মোৰ টোপনি আহে। কিন্তু।

আকৌ দুৱাৰত টোকৰ। মই নিঃশব্দে বিছনাৰ পৰা উঠো। দুৱাৰ খুলি দিওঁ। সোমায়েই— দেউতাই সোধে, "অৰুণ জীয়াই আছনে ?"

"তাহানি বিয়াল্লিশত বুইচ ; ক'ত বুজিবি তোৰ তেতিয়া জন্মই হোৱা নাছিল। মই পলাইহে ফুৰিছিলো। পৰাধীন দেশত চাকৰি কৰি কি লাভ বুলি চাকৰিও এৰি দিলো। গোলাঘাট মহকুমাৰ ভিতৰত ভাল শিক্ষক বুলি নাহৰণীৰ জয়নল আবেদিন আৰু ময়েই আটাইতকৈ বেছি দৰ্মহা পাইছিলো। চাহাব ইন্সপেক্টৰে আমাৰ দুটাক সবাতোকৈ বেছি দৰ্মহা দিছিল। এৰি দিলো। স্বৰাজ আন্দোলনত লাগিলো। ৰামৰাজ্য হ'লে আৰু কিহৰ চিন্তা। এৰেশমাহ জেলত থাকিলো। অ' ক'ৰবাৰ পৰা গৈ ক'ৰবাত পালোগৈ। ক'ব খুজিছিলো এইটোহে। থানাত প্ৰবল প্ৰতাপী অ'চি। ইচ্ছা কৰিলেই চ'ব কৰিব পাৰে। গোলাপ পূজাৰী, নৰেণ শৰ্মা আৰু হৰেণ বৰঠাকুৰহঁত থানালৈ গৈ আছে। থানাত পতাকা তুলিব। আমি পিছে পিছে আছো। অ'চিটোৱে ইমান কোবালে যে গোলাপৰ কেবাটাও দাঁত ভাগিল। নৰেণ আৰু হৰেণক বগৰাই বগৰাই ফেটীসাপ মৰাওৱাদি মৰিয়াইছে। মই বৈয়েই থাকিব নোৱাৰিলো। চোঁ মাৰি গৈ অ'চিটোৰ মূৰৰ পৰা থাপ মাৰি টুপীটো কাঢ়ি চুট মাৰি দিলো, বোলো এইটোৰ বলতহে তেওঁ তোৰ ইমান বাহাদুৰী। তাৰ পাছত তোক কৈছো টুপীটোৰ ওপৰত চেৰেচেৰকৈ প্ৰস্ৰাৱ কৰি দিলো। তাৰ পাছত ক'ব নোৱাৰো। দুদিনৰ পাছতহে হস্পিটেলত চকু

মেলিছো। তাৰ পাছত জেইলত। অথনি তই ফামেচীখনত আড্ডা মাৰি আছিলি। কলেজত পঢ়া লেঙেৰা ল'ৰাটোৱে সৈতে চাবিটা ল'ৰাই দোকানখনত সোমাই ভদ্ৰভাৱে চান্দা বিচাৰিছে। অঞ্চলটো মহকুমা কৰিবলৈ দাবী সাব্যস্ত কৰিবলৈ সিহঁত ৰাজধানীলৈ যাব। ফামেচীত বহি থকা মাল যুঁজাৰুৰ দৰে মন্ত্ৰীৰ অহঙ্কাৰেৰে পুষ্ট পূৰ্বৰ বাংলাদেশী মালিকটোৱে সিহঁতক বেয়া ব্যৱহাৰ কৰিছে। অৱশেষত ল'ৰা কেইটাই ভদ্ৰ ভাষাৰে কিছু যুজাই মেলি গ'লগৈ। সিহঁত যোৱাৰ পাছত তহঁতৰফালে চাই মালিকটোৱে ক'লে বোলে লেঙেৰা চালা আগতে হোৱা হ'লে গছকত মাৰিলোহেঁতেন এতিয়া বুলি বাছি গৈছ। আৰু তহঁতে জান যে সি ক্ৰীজত থ'বলগীয়া ঔষধপাতি ক্ৰীজত থৈছো বুলি এনেয়ে কয়। পুৰণা ঔষধ নতুন বুলি বিক্ৰী কৰে। তাৰ পিছতো তাৰ মুখত তেনে বাক্য শুনি মনে মনে বহি থাকিলি। তোৰ গাটো জ্বলি নুঠিল কিয় ? ভোটাৰ তালিকাত তাৰ নাম উঠিছেনে নাই ঠিক নাই তথাচ তাৰ ইমান বাহাদুৰি। কিয় তই মেৰুদণ্ড পোন কৰিব নোৱাৰিলি ? সেই ল'ৰাকেইটাকতো তই সৎ বুলি কব। ভাল পাব। অৰুণ তই জীয়াই আছনে বাৰু ! এসময়ৰ ভিক্ষাৰী হৈ আহি এতিয়া ইয়াত মালিক হ'ল। অৰুণ জীয়াই আছনে ?"

ৰাতিপুৱা মই দেউতাৰ কথা পাহৰি যাওঁ। কুঁহিয়াৰ শালৰ বাঙালী ম'হটোৰ দৰে মই সংসাৰৰ চাৰিওফালে ঘূৰিবলৈ ধৰো। কিন্তু বেলি লহিওৱাৰ লগে লগে কুকুৰীকণা ৰোগীৰ দৰে মনে মনে কঁপি উঠো। সন্ধ্যা লাগিব। ৰাতি হ'ব। ৰাতি গভীৰ হ'ব। মাজ নিশা হ'ব। সকলো যেতিয়া নিঃপাল দিব তেতিয়াই—

আকৌ দুৱাৰত টোকৰ। মই দুৱাৰ মেলি দিলো।

"অৰুণ জীয়াই আছনে ? ভোগৰামক চিনি পাৱনে ? ভোগৰাম। তাহানি আমাৰ স্বৰাজ আন্দোলনত খৰচ কৰিবলৈ নিজৰ খেতিৰ মাটি এহালিচা বিক্ৰী কৰি টকা দিছিল। জেইল খোৱা নাছিল। ১৯৪৭ চনত পাঁচপুৰা মাটি আছিল। এতিয়া চাৰিকঠা মাটিৰ বাৰীখনহে আছে। দুজনী ছোৱালীৰ পাছত ল'ৰা এটাহে মানুহটোৰ। বিয়া পতাৰ দুবছৰ হৈছিল। কেঁচুৱা ছোৱালীটিৰ এবছৰ হৈছেহে। পিছে তাৰ কেন্সাৰ হ'ল নহয়। তাকো ব্ৰেইনত। উপায় নাই। মন পতিয়াবলৈকে মালভোগে ডিব্ৰুগড়লৈ নিব খুজিলে— নিব কেনেকৈ ? চৰকাৰী দলৰ জিলা চেক্ৰেটৰীয়ে চৰকাৰলৈ লিখিলে। তেওঁৰ খৰছতে মালভোগক মন্ত্ৰীৰ ওচৰলৈয়ো নিলে। মন্ত্ৰীয়ে আশ্বাসো দিলে। পিছে সাতমাহ হ'ল টকা সিকাটো দূৰৰে কথা চৰকাৰী চিঠি এখনো নাহিল। আজি মালভোগৰ ল'ৰাটো মৰিল। পিছে আজিৰ কাকতত্হে পালে সেইজন মন্ত্ৰীৰ ভায়েকেই বোলে মদ খাই গাড়ী চলাই চৰকাৰী গাড়ীও ভাঙিলে দিল্লীলৈ ভাল চিকিৎসাৰ বাবে গ'লো। চৰকাৰী সকলো সা-সুবিধা পোৱাৰ পাছতো দুই লাখ বাৰ হেজাৰ টকা চিকিৎসাৰ খৰচৰ নামত চৰকাৰেই দিলে। পিছে অৰুণ তই জীয়াই আছনে ? আছনে জীয়াই অৰুণ ?"

ৰাতিপুৱা মই দেউতাৰ কথা পাহৰি গ'লো। কিন্তু মাজনিশা! দেউতা সোমাই আহিল। "অৰুণ জীয়াই আছনে। তোৰ বন্ধুকো আজি মই লৈ আহিলো। বাৰু কোৱাচোন ডাঃ পুলিন বৰকটকী, তুমি জীয়াই আছানে! তুমি এটা চিএৰ মাৰিব পাৰিবানে? ধৰা এজনী ভিকহু মানুহে তোমাৰ ওচৰলৈ টি.বি. হোৱা গিৰিয়েকটোক লৈ আহিল। আহি তোমাৰ হতুৱাই দেখুৱালে। তুমি চাই চিতি দৰৱপাতি যি পাৰা দিলা বেজীও এটা দিলা আৰু দৰৱৰ বিধান দিলা। মানুহজনীয়ে ফীজৰ বাবদ তোমাক মাত্র টকা দুটা উলিয়াই দিলে। ঔষধ কিনিবলৈ পইচা নাই বুলিও ক'লে, তেতিয়া তুমি কি কৰিবা?

মই নিজেই দেখিছো দেউতা, তেখেতে ফীজটো ঘূৰাই দিয়েতো দিয়েই, কিনিব নোৱাৰা ঔষধ পাতিবো অন্ততঃ এবাৰলৈ হ'লেও ব্যৱস্থা কৰি দিয়ে।"

"অ' তেনেহ'লে তুমি কিছুদূৰ জীয়াই আছা নেকি? বাৰু তুমি এটা চিএৰ মাৰিব পাৰিবানে? মোৰ হাতখনত খামোচ মাৰি ধৰাচোন। অ' তেনেহ'লে তুমি কিছু জীয়াই আছা। কিন্তু তোমাৰ প্ৰজাতিৰ শতকৰা নব্বৈজনেই বৰ্তমান মৰিছে। মৰাই নহয় গেলিছেও। সেই তোমাৰ মেডিকেল কলেজৰ প্ৰিন্সিপালটোৱে আমাৰ হাৰাধন বিশ্বাসলাৰ মাকক দেখুৱাবলৈ নিওতে— হ'ল কিছু বছৰ, ফীজৰ টকা তিনিটা কমিছিল। তোমাৰ লিখি দিয়া প্ৰেচক্ৰিপছনখন থাপ মাৰি আনি ফালি পেলালেহে। বোলে ডেকীয়াৰ বজাৰ পাইছা নেকি দাম দৰ কৰিবলৈ। চৰকাৰী মেডিকেল হস্পিটেলত ছিট এটা দিবলৈয়ো টকা লাগে, ডাক্তৰটোৱে চাই থাকোতেই ৰোগী মৰিল— তথাচ টকা দুশ লৈছেহে। জানে কেনাৰ হৈছে বুলি তথাচ ফীজটোৰ আশাত বা বেজীটোৰ ডবল দামৰ আশাত একো নাই হোৱা বুলি কৈ বেজী দি থাকে, ফীজ লৈ থাকে, বেমাৰ পুৰণি হৈ গৈ থাকে। ক'বলৈ গ'লে তোমালোকৰ প্ৰজাতিৰ বিষয়ে দহখন মহাভাৰত লিখিব পৰা হ'ব। এ, তেনেহ'লে তুমি অকণমান কেলটোপ কেলটোপকৈ হ'লেও জীয়াই আছা। চাৰিওফালে মৰিছে-গেলিছে। মোৰ এই ল'ৰাটো। অৰু মই আজি কালি সদায় খবৰ কৰোহি বোলো অৰুণ জীয়াই আছনে?"

পুৱা দেউতাৰ কথা মই পাহৰি যাওঁ। ইংৰাজী সাহিত্যতো দূৰৰে কথা ইংৰাজী ভাষাৰ বাতৰি কাকত এখনো নপঢ়া— অসমীয়া সাহিত্যৰতো কথাই নকওঁ, অসমীয়া বাতৰিকাকত এখনো নপঢ়া কলেজৰ অধ্যাপকৰ দৰে দিনৰ দিনটো চিমেণ্ট, বালি, কাঠ, ইটা, লোহা, ঘৰ, ব্যৱসায়ত ব্যস্ত হৈ ফুৰা ব্যস্ত মানুহৰ নিচিনাকৈ মই দিনটো পাৰ কৰি দিওঁ। কোনো চিন্তা নাই— কোনো উদ্বিগ্নতা নাই। সৰ্মহা কিমান বাঢ়িল, ডি-এ কিমান বাঢ়িল, এৰিয়াৰ কেতিয়াকৈ কিমান পাম— সেয়াই মোৰ মনত অধ্যাপকী চিন্তা। যোৱা বিশবছৰে মই একো লেখা নাই। ক'তো মোৰ নাম ছপা হোৱা নাই। অথচ এসময়ত মই শব্দ নকৰাকৈ নিজকে গৰ্কী, মাওঁ বা হো চী মিন বুলি ভাবিছিলো। চেঁগুৱেভেৰাৰ জয়েৰী মোৰ মুখস্থ আছিল। কিন্তু...।

মাজনিশা আকৌ মোৰ বন্ধ দুৱাৰত টোকৰ। মই বিচনাৰ পৰা নুঠাৰ সিদ্ধান্ত কৰিলো। টোকৰৰ ঠাইত কৰাঘাত হ'ল। উপায় নাই, সকলোৱেই সাৰ পাব। উঠিলো।

ধমমহাই সোমাই আহিল দেউতা।

"অৰুণ তই জীয়াই আছনে ? হয়নে কি হৈছে অ' এইবোৰ ! দেশখনত যুদ্ধ লাগিছেনে ? চাৰিওফালে দেখোন অস্ত্ৰধাৰী। মহাসমৰতো দেখা নাছিলো হে'ৰ। যদি ভগত সিং, পিয়লী ফুকন, সুভাষ, বিনয়বাদলহঁত দেশপ্ৰেমীক হয় ইহঁতনো তেনেহ'লে কেনেকৈ দেশদ্ৰোহী হ'ব। নোৱাৰিতো আকৌ। গান্ধী মহাৰাজৰ পথেৰে ৰামৰাজ্য কৰিব নোৱাৰিতো আকৌ। এমুঠিৰ বাবেহে ৰামৰাজ্য হ'ব। কাকুতি মিনতি কৰি বা গাত হাত ফুৰাই অহিংস পথেৰে জানো ফনা তুলি থকা ফেটীসাপ বা জপিয়াবলৈ উদ্যত হৈ থকা বাঘক শান্ত কৰিব পাৰি ? নে হৃদয় পৰিবৰ্তনেই কৰিব পাৰি ? যাৰ হৃদয়েই নাই, কি পৰিবৰ্তন কৰিবা। শুদাহাতে নাযাবি অ' বোপাইহঁত মিলিটেৰী। ইমান অস্ত্ৰ। এই সোণৰ দেশ কৰিম বুলি প্ৰতাৰণা কৰাবোৰেই এই অস্ত্ৰ, এই মিলিটেৰী মাতি আনিছে। আচলতে মোৰ ল'ৰাহঁতৰ গাতো কিছু ভুল আছে। ঠিকেই বোপাইহঁত, হুলক হুলেৰেহে কাঢ়িব পাৰি। কিন্তু তহঁতৰ গাতে কিছুমান ৰঘুমলাই ঠন ধৰি উঠিল। সিহঁতেই তহঁতৰ তেজ মঙহ খাইছে। আগতে দেহৰ পৰা সেই ৰঘুমলাক মূলোচ্ছেদ কৰিব লাগিছিল। তৰ পাছত সোণৰ দেশ গঢ়িব বুলি ভুৱা দি সোণৰ সংসাৰ কৰাবোৰৰ শিৰচ্ছেদ কৰিব লাগিছিল ৰাজহুৱাভাৱে। তাকে নকৰাৰ ফলত এই ভণ্ডৰ দলে আচলবোৰক নিঃশেষ কৰিবৰ কাৰণেই সেই বিশাল অস্ত্ৰধাৰীক মাতি আনিছে। সোণৰ দেশ গঢ়িম বুলি কোৱা ডকাইতৰ দলক লাগে নকলবোৰৰ সহায়। নকলবোৰ বাছি থকাটোহে ইহঁতে বিচাৰিছে। বুইচনে নাই, প্ৰথমতে এই বলিয়া হস্তীকুলক মৰিমূৰ কৰি ল'ব লাগিছিল। বাঃ বাঃ চমৎকাৰ ৰামৰাজ্য, অভিমন্যুক খুচি মাৰিবৰ কাৰণে সহস্ৰ অস্ত্ৰধাৰী। গোটেই দেশখনৰ কাঁইটবোৰ গুচাবলৈ যাওঁতে প্ৰথমে চোতালখনৰ কাঁইটবোৰ গুচাই ল'ব লাগিব। আচলেই নকল আঁতৰাব লাগিব। শুনা নাইনে বাৰুদৰ শব্দ। শুনা নাইনে শিশুৰ কান্দোন। অৰুণ তই জীয়াই আছনে ? আছনে জীয়াই ? মই ভবা নাছিলো তই ইমান ভৰ যৌৱনতে মৰি পছি যাবি বুলি। তই তেনেহ'লে মৰিলি ? অৰুণ তই জীয়াই আছনে ?"

দেউতাই মোক ট-টকৈ চাবলৈ ধৰিলে। মই মোৰ গাটো চুই চালো। মই এটা চিএৰ মাৰিব খুজিলো। কিন্তু কি আচৰিত, মোৰ মাত নোলাল। মই বোবা কলা আৰু কণা হৈ যাবলৈ ধৰিছোনেকি ?

যোৱা ত্ৰিশ বছৰৰ আগতে মোৰ দেউতাৰ দেহান্ত হ'ল। অথচ আজিকালি সদায় মাজনিশা দেউতাই আহি মোৰ দুৱাৰত টোকৰ দি সোধে— "অৰুণ জীয়াই আছনে ?"

মোৰ নাড়ীস্পন্দ চাই কোনোবাই কৈ দিব পাৰিবনে, মই জীয়াই আছোনে নাই ? নে, মৰি গৈলিবলৈ আৰম্ভ কৰিছো ? নহ'লে মাজনিশা দেউতা আকৌ আহিব। আহি ক'বহি, "অৰুণ জীয়াই আছনে ?" □

(১৯৯১)

# আধুনিক যুগৰ কবিতা

ঘৰটো চাৰিওফালৰ পৰা ঘেৰি ধৰা। মহাভাৰতত যুগকবি মহামতি ব্যাসে এই বিষয়ে ভাল বৰ্ণনা দি গৈছে। চক্ৰবেহু। ভিতৰত যদি এজন আছে বাহিৰত এশই ঘেৰাও কৰা। ভিতৰত যদি তিনিজন আছে বাহিৰত তিনিশই এনেদৰে চক্ৰবেহুৰ ৰচনা কৰা যাতে এটা পইতাচোৰাও সাৰি যাব নোৱাৰে। ভিতৰত থকা কেইজনৰ হাতত যদি একোটা পিষ্টল আছে বাহিৰত ঘেৰাও কৰাসকলে হাতে হাতে— দুয়োটা হাততে একে ৪৭' আৰু নাম নজনা সদ্যআৱিষ্কৃত অত্যাধুনিক অস্ত্ৰ লৈ সাজু থাকা। এতিয়া আক্ৰমণ কৰা। যদিহে হাত দাঙি আত্মসমৰ্পণ কৰিছে, বন্দুকৰ কুন্দাৰে পেটত খুন্দা মাৰি বগৰাই লৈ চোচোৰাই চোচোৰাই গাড়ীত তুলি লৈ যোৱা। তাৰ পাছত হাতত থকা এলবামৰ ফটোৰ লগত মিলাই চাই সিদ্ধান্ত লোৱা। ৰজাৰ হুকুম মনত পেলোৱা। মৃত্যুদণ্ড। কণ্টক। তেনেহ'লে অসমীয়া নাজানা যদি ৰাষ্ট্ৰভাষাতে আদেশ দিয়া— ভাগ যাওঁ। বচ। সুবৰ্ণ সুযোগ। অমৃত ক্ষণ। এতিয়া তোমাৰ হাতৰ নিচান সঠিক কৰা। বুকু, কলিজা, পেট, মূৰ, যাহ য'তে মন যায় ত'তে তোমাৰ হাতৰ লক্ষ্যৰ সন্ধান কৰা। চাবা, বাৰুদৰ ধোঁৱা নাকত লাগিছ। বলিকটা হাঁহ এটাৰ দৰে তেজৰ মাজত ছট্‌ফটাই থকা সেই লক্ষ্যবস্তুৰ কাষলৈ চাই জয়ধ্বনি দিয়া জয় গান্ধীমহাৰাজৰ, জয়। জয় গান্ধীৰ ৰামৰাজ্যৰ জয়। জয় অহিংসবাদী ভাৰতমাতাৰ জয়। শান্তিৰ জয়ধ্বনি দিয়া। তোমালোক শান্তি দূত। তোমালোকৰ হাতৰ অত্যাধুনিক অস্ত্ৰৰ নলীত দৰকাল দি আছে চিৰশান্তি। তোমালোকৰ বুলেটত কেপ্‌চুলৰ ভিতৰত থুপাই থোৱা ঔষধৰ দৰে গান্ধীয়ে থৈ যোৱা শান্তিৰ ৰতবা থুপাই থোৱা হৈছে। বচ্‌। শান্তি প্ৰতিষ্ঠা হৈ গৈছে। চাৰিওফালে নিস্তব্ধ। মৰিশালিৰ নিৰ্জনতাই সমগ্ৰ আকাশ বতাহ ধৰণী গ্ৰাস কৰি তুলিলে। এতিয়া শান্তি। যদিহে সেই তাৰিখটো দুই অক্টোবৰ, তেতিয়া মোহনদাস কৰমচাঁদ গান্ধী ওৰফে মহাত্মা গান্ধীৰ নামত 'চিয়েৰ্ছ' বুলি কৈ গান্ধীৰ আত্মাৰ শান্তিৰ কাৰণে বিলাতী বটলৰ কাক দাঁতেৰে কামুৰি এককাই শোকে [illegible] কৰি দিয়া। যদিহে সেই তাৰিখটো একত্ৰিশ ডিচেম্বৰ,

তেতিয়াতো কথাই নাই। এটা কাল আন্ধাৰে আবৰি থকা দুৰ্যোগপূৰ্ণ বছৰৰ বিদায়ৰ বাবে তিনিঘণ্টামানৰ আগতে জগা ছাগলী পোৱালীৰ দৰে জপিয়াই জপিয়াই কিৰিলি পাৰা আৰু আগৰ দৰেই যুগমানৰ শান্তিৰ ৰামৰাজ্যৰ প্ৰতিষ্ঠাতা মহাত্মা গান্ধীৰ নামত জয়ধ্বনি দি, হৰ্ষধ্বনি দি বটলে বটলে কাক খুলি শিৱই হলাহল পান কৰাদি বটলৰ অমৃত — অমৃত মুখত বাকি দিয়া। তাৰ পাছত গাত শান্তিৰ ৰক্তপ্ৰবাহ সঞ্চালিত হ'লে হলৌ বান্দৰৰ দৰে সমস্বৰে গোৱা— "ৰজাই হুকুম দিছে গুলী মাৰি মাৰা। ৰজাই হুকুম দিছে খেদি খেদি মাৰা। ৰজাই হুকুম দিছে গাভৰু চোৰাই খোৱা।"

এতিয়া কিছুক্ষণ পাৰিলে টলকা মাৰি থাকা।

চে'গুৱেভাৰা, লেনিন, হোচিমিন, ফাইডেল কেষ্ট্ৰ', মাও জে দং— এই সকলৰ নামবোৰ মুখস্থ হ'লনে ? যদিহে হ'ল তপত খোলাত পৰা ধানৰ দৰে মুখেৰে এই সকলৰ নামৰ আখৈ ফুটুওৱা। কোৱা যে ৰাইজ অৰ্থাৎ মোৰ দেশৰ ৰাইজ আজি শোষিত, নিস্পেষিত। দেশৰ ৰাইজৰ সকলো আছিল, সকলো আছে। কোনোবাই কাঢ়ি নিছে। নিঃস্ব কৰিছে। গতিকে হাতে হাতে অস্ত্ৰ লোৱা। অস্ত্ৰৰ বিনে কাম নাই। অস্ত্ৰ হাতত থকা সকলৰ ওচৰলৈ নাযাবা প্ৰাণৰ সংশয়। যাৰ হাতত অস্ত্ৰ নাই, তেওঁৰ ওচৰলৈ যোৱা আৰু দেশৰ শত্ৰু বুলি তেওঁক ধৰণীৰ পৰা বিদায় দিয়া। হাতীচোৰৰ ওচৰলৈ যাব নালাগে। আগতে বেঙেনাচোৰবোৰক ধৰাই ভাল। তোমাৰ দেশৰ নিশকটীয়া ইতিমধ্যে নিঃস্ব হোৱা নিছলা ভোকীয়া প্ৰজাক যি জনে পঁচা চাউল খুৱাই অকালতে মুক্তি দি নিজে অপ্ৰাৱতীত গাড়ী-বাৰী-নাৰী কৰিছে, যিজনে বেঙ্কত টকা থ'বলৈ বেঙ্কৰ সীমাবদ্ধতা অতিক্ৰম কৰি লোকৰ হিতাকাঙ্খীৰ হাতে হাতে জমা থৈছে, সেই দুখীয়া নিচলাক পঁচা চাউল খুৱাই মুক্তিদান কৰা মুক্তিদাতাৰ লগ লাগা। তেওঁ তোমাৰ অৰ্থাৎ অস্ত্ৰধাৰী বিপ্লৱীৰ বাবে পৰম মিত্ৰলোক। তেওঁ আচল বুদ্ধিজীবী। বুদ্ধিৰে বেচেৰা জীয়াই আছে। তোমাৰ নেগুৰত জুই লগাই দি বা আধুনিক ভাষাত তোমাৰ কান্ধত বন্দুক থৈ তেওঁ লঙ্কা কাণ্ড কৰাই স্বৰ্ণলঙ্কাৰ হাতৰ মুঠিত লুকুউৱাৰ ব্যৱস্থা কৰিছে। ক'ৰবাত যদি হতাশগ্ৰস্ত কোনো যুৱকে হাতত তাচপাত লৈ পচিশ পইচীয়া ফিচ খেলি সময় কটাইছে, জুৱাৰী বুলি অভিহিত কৰি ৰাজ আলিৰ চুকত বেলি মুখীয়াকৈ আঠু কঢ়াই থোৱা। আৰু যি সকলে দেশখনকে পণ কৰি জুৱা খেলি দেশ বন্ধকত দিছে, তেওঁলোকক ৰজা বুলি ৰাজভক্ত প্ৰজাৰ দৰে ৰক্ষণাবেক্ষণ দিয়া। দেশৰ শত্ৰুদলৰ চুবুৰীয়া কমিটীৰ সভাপতি বা সম্পাদকজনক দেশৰ শত্ৰু বুলি ততালিকে হত্যা কৰা। কিন্তু দুখীয়া ৰায়তৰ টকা আত্মসাৎ কৰি মদ মাংসৰ হোটেল খোলা ৰাজদলৰ মন্ত্ৰী জন নিজৰ দদাই ককাই মোমাই হ'লেও সেইফালে আঙুলি নাদাঙিবা। তেওঁ আপোনজন। প্ৰয়োজন হ'লে ৰাইজৰ কাষ চাপিবলৈ তেওঁ তোমালোকৰ বদনাম গাব, আকৌ বা প্ৰয়োজন হ'লে ৰজাক ভয় খুৱাবলৈ তেওঁ তোমালোকৰ কাষ চাপিব।

চিন্তা নাই। বজায়ো কৈছে আৰু দেশৰ জনগণৰ কাৰণে হাতে হাতে মাৰণাস্ত্ৰ দি গান্ধীৰ ৰামৰাজ্যৰ শান্তি দূত ৰূপী সৈন্যসকলক মেলি দিছে। আৰু তোমালোকেও কোৱা দেশৰ জনগণৰ কাৰণে আমিও হাতে হাতে বন্দুক লৈছোঁ। এতিয়া কিছুপৰ নিমাতে থকা ভাল।

এতিয়া সকলোৱে কাণ পাতি শুনা। কোনেও হায় নকৰিবা। আমি দেশৰ "ক্ৰীম অৱ দি চছাইটি" অৰ্থাৎ বুদ্ধিজীৱীসকল আলোচনাত বহিছোঁ। আমাৰ আলোচনাৰ বিষয়, ব্যক্তিসন্ত্ৰাস আগনে ৰাষ্ট্ৰসন্ত্ৰাস আগ। ব্যক্তিসন্ত্ৰাস বেয়া নে ৰাষ্ট্ৰসন্ত্ৰাস বেয়া। প্ৰকৃত ব্ৰাহ্মণে গাৰ গামোচা বা চাদৰৰ আঁৰত আঙুলিৰ মাজত লগুণডাল লৈ পবিত্ৰ গায়ত্ৰী মন্ত্ৰ জপ কৰাৰ নিমাততাৰে দেশৰ জনগণ তোমালোক নিমাত হৈ বোৱা। আমি আলোচনাত বহিছোঁ। সাতজন শান্তি দূতৰ উপৰ্য্যুপৰি ধৰ্ষণত মৃত্যু হৈ জনপ্ৰিয় চৰকাৰৰ পৰা লাখ টকীয়া পিণ্ড লোৱা হে চকুত অমৃত সপোন লৈ মৃত্যুবৰণ কৰা গাভৰুসকল তোমালোকো মৰিশালিত নিমাতে থাকা। তোমালোকক ধৰ্ষণ কৰাৰ যুক্তি আছেনে নাই, সেই কথাও আমি আলোচনাৰ কাৰ্য্যসূচীত সন্নিবিষ্ট কৰিছোঁ। আমি প্ৰয়োজন হ'লে সেই বিষয়ৰ ওপৰত মতামত ল'বলৈ পদব্ৰজে বা ৰথত উঠি বাজবাট পাৰ্ম্মৈ। সকলোৱে কাণ থিয় কৰি শুনাহক, এতিয়া আমি তৰ্কত প্ৰবৃত্ত হ'ম।

মোৰ কথা শুনা প্ৰথমতে। মই এজন মোৰ মতেৰে শ্ৰেষ্ঠ বুদ্ধিজীৱী। মই বুদ্ধিত জীয়াই থকা ব্যক্তি। পঢ়াশুনাত কেঁচা, অথচ দেশৰ ক্ষমতা বিচৰা এচামে যেতিয়া গোটেই দেশত আবেগৰ বনজুই বা বগুৰা ধোঁৱা মেলি দিছিল মই তেওঁলোকৰ আগে আগে তেওঁলোকৰ জয় গান কৰি তেওঁলোকক মহৎ কৰিলোঁ আৰু নিজেও মহৎ হ'লোঁ। সেই সোণাৰী দলে যেতিয়া মাটিৰ দেশখন সোণৰ কৰিবলৈ সোণাৰী শালত বহিল, মই তেওঁলোকৰ দুখানি চৰণত তেলটেঙা সানি পিছল কৰি দিলোঁ। কিন্তু বেচেৰাহঁত আছিল ৰজা মীডাচ। য'তেই নিজৰ বাবে হাত দিলে তাতেই সোণ হ'ল। শেষত পত্নীৰ গাত হাত দিলে সোণ হ'ল, খাদ্য খাবলৈ খাদ্যত হাত লাগিলে সোণ হ'ল, পানী খাবলৈ পানীৰ পাত্ৰত হাত দিলে— সোণ হ'ল। সোণৰ গৰাকী হ'ল, কিন্তু ভুকানী হুড়া লাগি মৰিল। লগে লগে মই মোৰ কণ্ঠত বল গোটাই চিঞৰিলোঁ, দেশ ৰক্ষাৰ বৰে— দেশৰ প্ৰজাৰ মঙ্গলৰ বাবে ঈশ্বৰে স্বৰ্গদেউ বাপেশ্বৰ শইকীয়াক সোণৰ জখলাৰে নমাই পঠাইছে। মই বন্দনা কৰিবলৈ ধৰিলোঁ। মই ক'লো, ব্যক্তি সন্ত্ৰাস বেয়া। ৰাষ্ট্ৰসন্ত্ৰাস ভাল। মোৰ কোনো চিন্তা নাই, কোনো ব্যক্তিয়েই সন্ত্ৰাসিত কৰিবলৈ মোৰ কাষ চাপিব নোৱাৰে। মই ওপৰ মহলাত থাকো, আৰু অগ্নিগড়ত থকা উষাৰ দৰে মোৰ নিৰাপত্তাৰ বাবে চতুৰ্দ্দিশে সশস্ত্ৰ চন্তৰী।

আপুনি কন্তেক জিৰাবনে— মই মোৰ বিষয়েও কিছু কওঁ। ময়ো এজন বুদ্ধিজীৱী। মোৰ কাৰণে স্বৰ্গদেউ বাপেশ্বৰ শইকীয়া বেয়া। গতিকে মই জানো যে ব্যক্তি সন্ত্ৰাস ৰাষ্ট্ৰসন্ত্ৰাসৰ সমান বেয়া নহয়। কোনোবাজনে কিবা এটা শান্তি হওক

বুলি ব্যক্তিগত প্ৰচেষ্টাৰে শান্তি স্থাপনৰ কাৰণে কিবা প্ৰচেষ্টা লওঁতে কোনো ন্যস্ত স্বাৰ্থৰ ব্যক্তিৰ গুলীত মৃত্যু হৈছে— মই তেতিয়া মৌন থাকিম। কিন্তু মই হত্যাকাৰীক ধৰিবলৈ যদি কোনোবাই খেদা লৈছে, মই হামকুৰি খাই পৰা শিশুৰ দৰে চিঞৰিম। মোৰ বিখ্যাত হোৱাৰ বয়স।

আপুনি কিবা নকয় জানো বুদ্ধিজীৱী ডাঙৰীয়া। আপুনি জন্মমাত্ৰ বিধৱা তেজমণ্ডহৰ মাক জনীক অকলে ভগা পজাটোত ৰাখি, যি গৰাকী মাতৃয়ে আপোনাক মানুহ কৰিবৰ কাৰণে কটনা কাটিছিল এতিয়া যি গৰাকী মাতৃ আপোনাৰ আধুনিকা পত্নীৰ লগত থাকিব নোৱাৰাত নাতি দূৰতে একমাত্ৰ পুত্ৰ হৈয়ো বেলেগে টেলিভিচন, ভি চি আৰ, গাৰী বাৰী লৈ আছে সেই আপুনি নুবুজা ষ্টাইলত লোকৰ পৰা মনে মনে সৰকাই অনা কৌশলেৰে প্ৰচুৰ গল্প কবিতা উপন্যাস লিখিছে। ইজনে সিজনৰ প্ৰশংসাৰে আপোনালোক প্ৰখ্যাত হৈছে। নিজৰ বুদ্ধিৰ তাৰিফ নিজৰ মুখেৰেই ব্যক্ত কৰি থইন মানিছে। ৰাষ্ট্ৰসন্ত্ৰাসে আপোনাক চুব নোৱাৰে বাবে সমগ্ৰ দেশ ঘূৰি আপুনি দেশপ্ৰেমৰ বাণী এৰিছে।

শ্ৰোতা দৰ্শক সকল আমাৰ কথা শুনি এনে এটা বিপাঙত পৰিব যে ইজনে সিজনৰ চকুলৈ চাই থৰ হৈ ৰ'ব— কণীটো আগনে কুকুৰা জনী আগ। দেশৰ প্ৰজাই এভড়াল গুটি ধান থকা ভড়ালটোৰ পৰা এটা এটাকৈ ধান নি থকা সাধুকথাৰ টুনী চৰাইটোৰ দৰে ব্যস্ত থাকোতেই আমি ৰাজঘৰীয়া প্ৰজাঘৰীয়া উভয়ঘৰীয়া প্ৰথম শ্ৰেণীৰ প্ৰথম স্থানৰ বুদ্ধিজীৱী হৈ পৰিম। ৰাজঘৰীয়া বঁটাও লম, প্ৰজাঘৰীয়া বঁটাও লম। দেশে বিদেশে নিজৰ ৰংশিঙা বুদ্ধিৰ শিঙাত নিজেই ফু দি বজাই ফুৰিম। লুইতত পানী যাবগৈ যে আমাৰে বুদ্ধিৰ বতৰা লৈ।

তেখেতসকলক দিগ্দাৰ নকৰিবা। হুলস্থুল মুঠেই সহ্য কৰিব নোৱাৰা হাৰ্টৰ চিৰিয়াছ ৰোগী ঘৰত থকা অৱস্থাতো যদি ডাঙৰকৈ বিয়া পতা হয়, তেতিয়া ৰোগীক অন্য আপোন মানুহৰ ঘৰত সেইদিনটোৰ বাবে নিৰলে ৰখাৰ দৰে তেখেতসকল একালৰ বাঘ ছাগ আজি নলে গলে বন্ধু পৰম মিত্ৰ হৈ একেখন ৰথতে উঠি বিদেশলৈ গৈছে। সাগৰৰ পাৰত মুকলি আকাশৰ তলত সূৰ্য্যৰ কিৰণত বিবস্ত্ৰ বা বিবস্ত্ৰা হৈ তেওঁলোকে মুক্ত নিৰ্মল বায়ু সেৱন কৰি দেশৰ এই অশান্তিৰ জালাত পোৰা গৰৈ মাছৰ দৰে হোৱা দগ্ধ প্ৰাণ শীতল কৰিবলৈ গৈছে। তেওঁলোকক একোকে নুসুধিবা। দেশত শান্ত বায়ু বলিলে, স্বৰ্গদেউৰে অনুগামী শান্তিৰ কপৌবোৰৰ দৰে শান্তি সেনাৰ দ্বাৰা শান্তি বিৰাজ কৰালে তেখেতসকল আহিব। আহি মাজত শুকান হাড়ৰ টুকুৰা লৈ কাজিয়া কৰা ফপৰাৰ দৰে চিঞৰ বাখৰ কৰি কান্দিব। সময়ত হাতত ধৰ্ষিতা পাতক নাৰীৰ তালিকা লৈ, মৃত্যু হোৱা ডেকা বৃদ্ধৰ নামৰ তালিকা লৈ তেওঁলোক ৰাইজৰ মাজলৈ ঢাপলি মেলিব। এটা নিৰ্দিষ্ট সময়ৰ মূৰত আকাশত ধূমকেতু ওলোৱাৰ দৰে নিৰ্দিষ্ট পাঁচবছৰৰ মূৰত বা নিজৰে চকু মেলি চালে দুবছৰ বা একবছৰ মূৰতো

তেওঁলোক ৰাইজৰ মাজত আৱিৰ্ভাৱ হ'বগৈ। তেওঁলোকে কান্দোনৰ আৰ্টজানে, ভিন ভিন ৰসৰ বচন কোৱাৰ কৌশল জানে, আৰ্ট জানে। ৰাইজে সেই বচন শুনি চিঞৰিব— "মনে মনে থাকক ৰাইজ, মনে মনে থাকক, ভাল কথা ওলাইছে। কেলেপ্ দিয়ক- কেলেপ দিয়ক।" তাৰ পাছত সেই একেখিনি ৰাইজেই হাত চাপৰি বজাই বজাই সুৰ ধৰি ধৰি গাব— "হাতীত উঠি প্ৰভুসকল ৰাজসভালৈ যায় আলিবাটৰ মানুহে ঘূৰি ঘূৰি চায়। হাতত ধৰি স্বৰ্গদেউসকল সিংহাসনলৈ যায় আলিবাটৰ মানুহে হাত চাপৰি বজায়।" যি সৱাহৰ যি চাপৰি।

আপোনালোকে যোৱা বাৰবছৰ ধৰি যি নিৰৱতা অৱলম্বন কৰিছে, সম্প্ৰতি সেই নিৰৱতা ৰক্ষা কৰি আছে কিয়? সাধনা কৰিছে? বুদ্ধি সাধনানে অৰ্থ সাধনা। কিন্তু ৰবীন্দ্ৰ ভৱনত ৰজাই পতা ৰাজহুৱা সৱাহতো আপোনালোক সৰৱ হয়, তেনেকৈ কোনো বিপ্লৱীয়ে পতা শিল্পী দিৱসতো আপোনালোক সমানেই সৰৱ হয়। কিন্তু নিজা ৰবীয়াকৈ আপোনালোক ইমান নিৰৱ কিয় দেউসকল! আপোনালোকে ধৰ্ষিতা গাভৰুৰ কান্দোন শুনা নাইনে? শান্তিদূতে ঘৰৰ ভিতৰত গুলীয়াই মৰা কোনো ডেকাৰ আৰ্তনাদ শুনা নাইনে? সেই ডেকাৰ মাতৃৰ হিয়াৰ শব্দ শুনা নাইনে? ইমান ধ্যানস্থ! বৌদ্ধপ্ৰাপ্তিৰ বাবে এই ধ্যাননে, স্বৰ্গপ্ৰাপ্তিৰ বাবে ধ্যান? কি ক'লে? এয়া হ'ল গৌতমৰ মাৰ দৰ্শন। মাৰ দৰ্শন। ভেল্কীবাজী। ঠিক ঠিক হে ধ্যানময় দেউসকল। ধ্যান কৰক। অবিলম্বে পদপ্ৰাপ্তিৰ যোগ আছে।

এতিয়া তৰ্কৰ সময় নহয়। আমি তৰ্ক বাদ দিওঁ। আমি এতিয়া ইজনে সিজনলৈ বাটলু গুটি মাৰিম। ইজনে সিজনৰ কাপোৰবোৰ আজুৰি ফালিম। আমি এতিয়া ইজনে সিজনলৈ বোকা ছটিয়াই বোকাহ'লি পাতিম। আমি এতিয়া কোন কিমান ৰাজসেৱক, কোন কিমান ৰাইজসেৱক তাক প্ৰমাণ কৰিবৰ কাৰণে দীঘল জাপ মাৰিম, ওখ জাপ মাৰিম। আমি ওষ্টাড খেলোৱাৰ। আমি বান্দৰ নাচ দিব জানো। আমি ভালুক নাচ দিব জানো। আমি কাৰোবাৰ আঙুলিৰ ঠাৰত তালে তালে তাল মিলায় নাচিব জানো। আমি নৃত্য কৰিব জানো। আমি কৌশলেৰে লুটিবাগৰ মাৰি কাৰোবাৰ চৰণযুগলত মূৰ থ'ব পাৰো আৰু আমি খৰ মাৰি অনায়েসে কাৰোবাৰ পিঠিত বাঘ ধকা লগাব পাৰো। আমি বাজনাৰ তাল জানো— সেই তালে তালে কাৰোবাৰ আঙুলিৰ ঠাৰত আমি নাচিব জানো। আমি ৰজাৰ নিন্দা কৰি সেই ৰজাৰ পৰাই উপঢৌকন লওঁ। ব্যক্তিসন্ত্ৰাসৰ নিন্দা কৰি নিজেই আৰত থাকি ব্যক্তিবিশেষক সন্ত্ৰাসিত কৰিব পাৰো। আমি ওষ্টাড খেলোৱাৰ। সম্প্ৰতি আমি ইজনে সিজনৰ মুখত তেলী ছাই সনাত ব্যস্ত আছোঁ। আমি কোনজন কি, আমাৰ চেহেৰা চাই চিনিব নোৱাৰা অৱস্থা হৈছে। অৰ্থাৎ আমি পৰস্পৰে পৰস্পৰক চিনিব নোৱাৰাত সহায় কৰিছোঁ। আমি বোকাখেলত ব্যস্ত থাকোতে, আমি ছাই সনাৰ খেলত মত্ত থাকোতে ৰাজপৰিয়ালে চেলাপতি জোকৰ দৰে আমাৰ বুকুৰ বগেৰে উমান পুৰাইছে। আমি

খেলকে খেলো কি কয় ? আমাক আমাৰ মন পছন্দ খেল খেলিবলৈ দিয়া।

এয়া যুগৰ আধুনিক কবিতা। এয়া হ'ল সৰ্বাধুনিক কবিতাৰ সংকলন। পৃথিৱী গদ্যময় হ'ব পাৰে আমাৰ অসম আমাৰ সোণৰ অসম যোৱা বাৰবছৰ ধৰি কাব্যময়। বুলেটৰ ধোৱাঁৰ কুন্দলিত কাব্য বিদ্যমান।

এই আধুনিক কবিতাৰ স্রষ্টা কবিৰ ঘৰৰ ভিতৰত কবিতা লিখি থাকোতেই বুলেটৰ আঘাতত মৃত্যু হ'ব পাৰে। যদিহে এই কবিৰ বুকুত সোমোৱা বুলেট চীনত বা বিদেশত নিৰ্ম্মিত হয়, হে মহান জনপ্ৰিয় চৰকাৰ, একলাখ টকা আৰু পৰিয়াললৈ এটা চাকৰি দিবলৈ সাজু থাকক। যদিহে এই কবিৰ বুকুৰ পৰা উদ্ধাৰ বুলেট গান্ধীৰ ৰামৰাজ্যত নিৰ্মিত শান্তিদূতৰ বন্দুকৰ বুলেট হয়, হে ছাই সনাত ব্যস্ত থকা বুদ্ধিজীৱীসকল, ৰাষ্ট্ৰ সন্ত্ৰাসক নিন্দা কৰিবলৈ এটা প্ৰস্তাৱৰ খচৰা প্ৰস্তুত কৰি থাকক।

ঠিক নাই। এই কবিয়ে আত্মহত্যাও কৰিব পাৰে। তেতিয়া পলায়নবাদী বুলি অভিহিত কৰিবলৈ যিকোনো এচাম লোক সাজু থাকিলেই হ'ব। এই কবিয়ে এতিয়া নিজৰ বুকুত হাত থৈ হৃদ্‌যন্ত্ৰৰ স্পন্দন পৰীক্ষা কৰি চাইছে, যোৱা তিনিমাহে তেওঁক কোনোবাই হত্যা কৰিলেনে নাই আত্মহত্যাহে কৰিলে। সেই কথাৰ উমান তেওঁ নিজেই পাবলৈ নিজৰ বুকুত হাত থৈ পৰীক্ষা কৰিছে। ঠাইতে হাতে পোৱাত কোনোবা আধুনিক বুদ্ধিজীৱী থকা হ'লে কৈ দিব পাৰিলেহেঁতেন, এই কবিৰ কি মৃত্যু হ'ল বা হ'ব। □

(১৯৯২)

# দুৰ্ভগীয়া ডাক্তৰ, ধৰ্মপৰায়ণ মন্ত্ৰী আৰু এগৰাকী সৌভাগ্যৱতী প্ৰসূতি

আমাৰ নিজম নামৰ দেশৰ ডাক্তৰসকল সঁচাকৈয়ে বৰ দুৰ্ভগীয়া। নতুন চৰকাৰটোও বৰ দুৰ্ভগীয়া। কিমান দিন যে মন্ত্ৰী, এম.এল.এ হৈ দেশ সেৱা কৰিবলৈ তেওঁলোকে পোৱা নাছিল। চকুৰ আগতে অকাল কুষ্মাণ্ড কিছুমানে মন্ত্ৰী, এম.এল.এ হৈ বহু বহকৈ দেশসেৱা কৰি থাকিব আৰু এওঁলোকে দেশ সেৱা কৰিবলৈ নাপাব। দুৰ্ভগীয়া। সেয়েহে দুৰ্ভগীয়াসকলে দেশ সেৱাৰ বাবে শাসনভাৰ গ্ৰহণ কৰিয়েই আসনত প্ৰথম বহিয়েই নিজৰ নিচিনা দুৰ্ভগীয়া ডাক্তৰ জাত এটাৰ দুখৰ কথা বুজিয়েই দা-দৰ্মহা, সা-সুবিধাৰ বৃদ্ধিৰ সিদ্ধান্ত লৈ ঘোষণা কৰিলে। স্বজাতিৰ দুখ স্বজাতিয়ে বুজিব লাগিবই। সেইটোৱেই সভ্য সমাজৰ ৰীতি বা নীতি।

ডাক্তৰবোৰ সঁচাই দুৰ্ভগীয়া। আমাৰ দেশত হেনো একোজন ডাক্তৰ বনাবলৈ বহু লাখ চৰকাৰী টকা খৰচ হয়। চৰকাৰী টকা মানে ? চৰকাৰ কৰা দেশ সেৱক কেইজনৰ পেঋাৰ টকা নহয়, দেশৰ ৰাইজৰ টকা। দেশৰ ৰাইজ মানে ? শতকৰা সত্তৰ ভাগ লোক দৰিদ্ৰ সীমাৰেখাৰ তলত থকা ৰাইজৰ টকা। হয়, ভিকহুৰ তেজ শুহি লৈ সেই তেজেৰে ডাক্তৰ হ'ব লাগে, কম দুৰ্ভগীয়া নে বাৰু এই জাতটো !

দুৰ্ভাগ্য। দুৰ্ভাগ্য। ন বজাৰ পৰা এক বজালৈকে চৰকাৰী দায়িত্ব পালন কৰিব লাগে। তাৰ পাছত আকৌ চৰকাৰী বাসগৃহত অথবা কোনোবা অন্য অসমীয়া দৰবৰ ব্যৱসায়ীৰ ফাৰ্মেচীৰ কোঠাত নাইবা নিজাকৈ ভাৰাতে লোৱা ব্যক্তিগত চেম্বাৰত ৰাতি দহ বাৰ বজালৈকে প্ৰাইভেটকৈ ৰোগী চাব লাগে। কিছু মানে প্ৰাইভেটকৈ ৰোগী সেৱা কৰি বেছি ভাল পায়। তেওঁলোকে চৰকাৰী চকীত প্ৰায় নবহেই। পুৱা ছয় বজাৰ পৰা মাজ নিশালৈকে নিয়ৰ সৰি টোপাল পৰালৈকে প্ৰাইভেট চেম্বাৰতে বহি থাকে।

সঁচাকৈয়ে দুৰ্ভগীয়া। ভিকহুৰ দেশৰ বেমাৰীৰ সংখ্যাই সদায় বেছি। আৰু

এই বেমাৰীবোৰৰ লগতে দিনে ৰাতিয়ে এই শ্ৰেণীটো লাগি থাকিব লাগে। হস্পিটেলত যদি ছীট আছে ত্ৰিশটা ৰোগীৰ, ছীট বিচাৰি আহে তিনিশই। গতিকে উপায়। সেয়েহে কোনে কিমান দিব পাৰা। কিমান দিলা ? পাঁচশ ? যোৱা ছীট এটা লোৱা। তুমি কিমান দিলাহে। দুশ টকা। এইখন ঢেকীয়া শাকৰ বজাৰ পাইছানে কিহে ? চকুৰ আগতে দেখা নাই সেয়া কঠী ঠেলাৱালাই ছীটটোৰ বাবদ পাঁচশ টকা দিছে, তুমি দিছা দুশ টকা। কিমান দিলা তিনিশ। উপায় নাই তোমালোকৰ পৰা। বাৰু বাৰু যোৱা, যিহে অৱস্থা, কাপোৰ এখন পাৰি লোৱাগৈ। বিছনা নায়েই। এইটো অৱস্থাৰে বেছিপৰ জেগা বন্দী কৰি নাথাকা যেতিয়া মাটিতে ছীটতো লোৱা। সাউতকৈ উলিযাই নিবলৈ ভাল হ'ব।

ঔষধ ! ঔষধ ক'ত পাবাহে। চৰকাৰৰ সিমান পইচা নাই নহয় গোটেই দেশৰ বেমাৰীবোৰক বিনা পইচাত স্বাধীনতা দিৱসৰ দিনা লায়ন্স ক্লাবে ফ্ৰীকৈ ফলমূল বিতৰণ কৰাদি দৰৱ দিবলৈ। গতিকে যোৱা, যোৱা। সেই "নিৰাময় ঔষধালয়লৈ" যোৱা। আমি যি অলপ চৰকাৰী ঔষধ আহে তাতে জমা দি থৈছোঁ। দামো ধৰি দিয়া আছে। উপযুক্ত মূল্য দি তাৰ পৰাই যিমান লাগে লৈ যোৱাগৈ। ঔষধ ভাল। চিন্তাই নকৰিবা। আমি চৰকাৰী ডাক্তৰে দিয়া ঔষধ সেইবোৰ। মালিকজন অনাঅসমীয়া যদিও তেওঁ অসমীয়া মানুহলৈ অলপো দৰ নকৰে। ঔষধ নাই বুলিয়েই ক'ব, তথাচ বেছি দাম অইন অসমীয়া ব্যৱসায়ীৰ দৰে নলয়। কিন্তু চেল্‌চটেক্স বা লোকেল টেক্স তেওঁ হিচাপ কৰা মতেই দিব লাগিব। ঔষধৰ তাৰিখ নাচাবা— ধৰিব নোৱাৰা হৈ থাকে।

বৰ দুৰ্ভগীয়াৰ জাত। ইমান গোমোঠা মাৰি থাকিব লাগে। ইমান সকলো জনাৰ ভাও ধৰি থাকিব লাগে। একেবিধ দৰৱকে একেবিধ ঔষধকে সকলোবোৰ ৰোগীকে দিব লাগে। দিনে ৰাতিয়ে ব্যস্ত থাকিব লাগে। পঢ়া-শুনা কৰিবলৈ ক'তো অকণো সময় নাই। দয়া কৰি মেডিকেল ৰিপ্ৰেজেনটেটিভবোৰে বিভিন্ন ৰোগৰ লক্ষণ আৰু বিভিন্ন ঔষধৰ গুণাগুণ গাই জ্ঞান নিদিয়াহ'লে চিলিম ছিগিলহেঁতেন। তেনেহ'লে কেনেকৈ দহ হেজাৰ টকা খৰছ কৰি ল'ৰাৰ অন্নপ্ৰাসন পাতিলোহেঁতেন। কেনেকৈ বছৰে বছৰে গাড়ী সলালোহেঁতেন। কেনেকৈ নগৰে মহা নগৰে ছয় সাত তলাৰ ঘৰ তুলিলোহেঁতেন।

কোনোবাই ক'ব পাৰে যে এবৰছন কৰাৰ কেচত আমাৰ বহুত লাভ। হেনো আজিকালি এই চৰকাৰী দুৰ্ভগীয়া শ্ৰেণীটোৱে এবৰছন কেচত বেছি জোৰ দিয়ে। দিব লাগিবই। এইবোৰ কাম কৰি আমিয়েইতো দেশখন বচাইছোঁ। জনসংখ্যা বৃদ্ধিত বাধাৰ সৃষ্টি কৰিছোঁ। গতিকে পইচা ল'বই লাগিব। এই ক্ষেত্ৰত মিনিমাম সাতশ টকাটো সঁচাই তেনেই নগণ্য। আৰু এটা শিক্ষা হয়। ভয় খায়। পইচা ভয়ৰ ভয়ত তেনে কৰ্মৰ পৰা বিৰত থাকিব। কিমান অবিবাহিতা গাভৰুক এই ক্ষেত্ৰত অকৃত্ৰিম সহায় কৰি সুস্থ পৰৱৰ্তী বৈবাহিক জীৱন যাপন কৰাৰ অৰিহণা যোগোৱা

হৈছে তাৰ লেখ লৈছেনে কোনোবাই। ক্ৰীকৈ কৰি দিয়া হ'লে এনেকুৱা পাব্লিক নুইচেন্সৰ সংখ্যা অভাৱনীয়ভাৱে বৃদ্ধি নহ'লহেঁতেননে ? আৰু যদি লিগেল একবছৰতো পইচা নোলোৱা হ'লে এবছৰৰ প্ৰতাপত ডাক্তৰে অন্য ৰোগীৰ চিকিৎসা কৰিবই নোৱাৰিলেহেঁতেন। বুদ্ধিজীৱীয়ে কি কয় এই সন্দৰ্ভত।

আমি আমাৰ নিজৰ দাবীৰ বাবে আন্দোলন কৰা নাই নহয়। আজিৰ দিনতনো তিনি চাৰি টকাত ৰোগী এজনে হস্পিটেলত খাব পাৰেনে ? সঁচা কথা অতি সঁচা কথা। ডাক্তৰক ভিজিট দিওঁতে, ছীট ল'বলৈ ফীজ দিওঁতে, চৰকাৰী ঔষধ কিনিবলৈ পইচা ভৰোতে ৰোগীৰ ঘৰৰ মাটি-বাৰী, গৰু-ম'হ, ছাগলী হয় বন্ধকত গৈছে নহয় বিক্ৰী হৈছে। এতেকে হস্পিটেলত পইচা ভৰি খাব কেনেকৈ ? ৰোগীৰ খোৱা খৰচ বঢ়াব লাগে। কিমান কষ্ট কৰি ডাক্তৰসকলে ৰোগী বচাই ৰাখিছে, সেয়া ফামেচীবোৰেহে ক'ব পাৰিব। গতিকে আন্দোলন। তীব্ৰতৰ আন্দোলন। চিকিৎসকৰ অভাৱত শই শই ৰোগী মৰিছে। ক'তো কোৱা এটায়ো কাঁ কাঁ কৰা নাই। কেনেই কৰিব । চিকিৎসক থকা হ'লেও চৰকাৰী দায়িত্ব পালন কৰা হ'লেও এইবোৰ হতশ্ৰীহোৱা ৰোগী মৰিলেইহেঁতেন। তাৰ মানে সিহঁতৰ পইচা নাই। পইচা থকা হ'লে সিহঁতে আমি সেৱা আগবঢ়াই থকা নাৰ্চিংহোমবোৰলৈ নিলেহেঁতেন। পইচা নোহোৱা ৰোগী ক'ৰবাত আজিৰ দিনত চৰকাৰী হস্পিটেলত বাছিছেনে। দৰবেই পাইছেনে, ছীটেই পাইছে।

ৰ'বা ৰ'বাহক— উত্ৰাৱল হৈ নাযাবা। আলিটো পাৰ হোৱাৰ আগতে আগ পিছ চাই ল'ব লাগে। শৱযাত্ৰী হ'লা বুলি আৰু গাড়ীয়ে নুখুন্দিয়াবনে ? দেখা নাই গুলীবেগে গাড়ীকেখন আহিব লাগিছে। তোমালোকে কান্ধত শটো লৈ আলিটো পাৰ হৈ শ্মশানলৈ যাওঁতেই যদি পকা আলিৰ মাজতেই গাড়ীয়ে খুন্দিয়াই দহোটামানক শ কৰি পেলালেহেঁতেন তেতিয়াহ'লে তোমালোকৰ শবোৰ কোনে ক'লৈ কঢ়িয়ালেহেঁতেন। সেয়া দেখিছা, আগে পিছে চাৰিখন সশস্ত্ৰ পুলিচৰ গাড়ী লৈ মাজত জনপ্ৰিয় মন্ত্ৰীৰ গাড়ীখন আহি আছে। মন্ত্ৰীৰ আগে পিছেও চাৰিখন চিভিল গাড়ী। ৰে'ডক্ৰচ দেখিয়েই বুজিব লাগিছিল, সেয়া ডাক্তৰৰ গাড়ী। চৰকাৰৰ লগতহে অসহযোগ— মন্ত্ৰীৰ লগততো নহয়। কালি ডেকা ডাক্তৰজনে ঠিকেই কৈছিল— এইজন মন্ত্ৰী বোলে প্ৰগ্ৰেছিভ। ক'বই নালাগে, হয়েই। অকল এইজন মন্ত্ৰীয়েইনে ? আজিকালি সকলো মন্ত্ৰী, এম.এল.এ., ডাক্তৰ, চৰকাৰী বিষয়া. শ্ৰিমীয়েই প্ৰগ্ৰেছিভ। নহ'লেনো হাতৰ আঙুলিত, ডিঙিত, কঁকালত, বাহুত, ইমানবোৰ আঙঠি, অবিজ্ঞ ডোল ওলমি থাকেনে ! সিদিনা সশস্ত্ৰ বিপ্লৱত বিশ্বাসী এজন এম এছ চি পাছ চৰকাৰী বিষয়া তথা প্ৰগতিশীল গায়ক, অভিনেতক লগ পালোঁ। তেওঁ বোলে কোনোবা মাধৱ গুৰু নে নাৰায়ণ গুৰু সেৱাপ্ৰেমৰ শৰণ ল'লে। সেই গুৰুটোৰ বিষয়ে মই যি জানো কওঁনেকি ! নক'ব, নক'ব— মই শৰণ ল'লো। দুৰ্বল মানুহক লাখুটি লাগিবই। খাঁ বান্ধিবলৈ কাপোৰ লাগিবই।

গাড়ীকেখন পাৰ হৈ গ'লনে ? গ'ল। কথমপি বাচিছাহঁত। যদি কান্ধত শটো লৈ পাৰ হৈ গ'লাহেঁতেন, খুন্দিয়াই পকাত চেপেতা কৰি থৈ গ'লহেঁতেন। মন্ত্রীজন আৰু তেওঁৰ লগত অহা চৰকাৰী ডাক্তৰজন বেছ্ ধৰ্মপৰায়ণ। মহাষ্টমীৰ পূজাৰ গোঁসানী থানত এটা ম'হ্ বলি দি থৈ আহিছে। বাকীকেইজন ডাক্তৰে ছাগলীহে বলি দিছে। তেওঁ যে মন্ত্রী। তাতে প্রগ্রেছিভ তাতে ডেকা। গতিকে তেওঁ এটা ম'হ্ বলি দিছে। কেঁচাইখাটী সন্তুষ্ট হ'বই।

কণ্ঠী ঠেলাবালাৰ মানুহজনী মৰিল। আগতে ছটা ল'ৰা-ছোৱালী আছেই। আকৌ এটা সাতমহীয়া হ'ল। গুচাবলৈ ডাক্তৰ নাই। ষ্ট্রাইক। গতিকে গাঁৱলীয়া বিহ দৰৱ ব্যৱহাৰ কৰিলে। গা-চলি চলি মানুহজনী কালি ৰাতি মৰিল। গিৰিয়েকে আকৌ ঠেলাত তুলি কোনোবা প্রাইভেট ডাক্তৰৰ ওচৰলৈকে মানুহজনীৰ শটো নিবলৈ লৈছিল। মানুহে বোলে, হেৰ কণ্ঠী। এইজনী মানুহ মৰি শিল যেন চেঁচা হ'ল। এতিয়া ডাক্তৰ নালাগে, স্বয়ং ধনন্তৰীয়েও বচাব নোৱাৰে।

সেই শটোকে লৈ মানুহবোৰে পকা বাটটো আগলৈ পিছলৈ নাচাই পাৰ হ'ব খুজিছিল। ধৰ্মপৰায়ণ প্রগ্রেছিভ ডেকা মন্ত্রীয়ে থানত ম'হ্ বলি দি গুলীবেগে আহি আছিল। খুন্দিয়াই মাৰি থৈ গ'লহেঁতেন বাপেকে।

কণ্ঠীৰ ঘৈণীয়েকজনী ভাগ্যৱতী। যদিহে ডাক্তৰসকলে ষ্ট্রাইক নকৰিলেহেঁতেন, কণ্ঠীয়ে ঘৈণীয়েকৰ সাতমহীয়া গুচাবলৈ নিচেই কমেও দুহেজাৰ টকা ভৰিবলগীয়া হ'লহেঁতেন। তেতিয়াও মানুহ মৰিলহেঁতেন। টকাও ভৰিলেহেঁতেন— মানুহো নাবাছিলেহেঁতেন। টকাৰ যোগাৰ কণ্ঠীয়ে কেনেকৈ কৰিলেহেঁতেন ভাবি চাইছেনে ?

মানুহজনী ভাগ্যৱতী এইবাবেই যে ভিকহ্ গিৰিয়েকটোক টকাখিনি নভৰোৱাকৈ মৰি থাকিল। নহ'লে ছটা ল'ৰা-ছোৱালীৰে সৈতে গিৰিয়েকটোৱে এই টকাবোৰ কেনেকৈ যোগাৰ কৰিলেহেঁতেন ? ল'ৰা-ছোৱালী বেচিব লাগিলহেঁতেন। ঠেলাগাড়ীখন বেচিব লাগিলহেঁতেন। মানুহজনীয়ে বচাই দিলে।

অন্যফালৰ পৰাও মানুহজনী ভাগ্যৱতী। কাৰণ শটো যাওঁতেই ধৰ্মপৰায়ণ মন্ত্রীজন কাষেদি পাৰ হৈ গৈছে। অন্যহাতেদি মহাষ্টমীৰ দিনা মৃত্যুবৰণ কৰিবলৈ পোৱাটো কম ভাগ্যৰ কথানে ? সতকাই যেয়ে সেয়ে এনে এটা তিথি মৰাৰ দিনা পাবনে ? ক'বলৈ গ'লে মানুহজনী অৰ্থাৎ ভাগ্যৱতী প্রসূতি গৰাকী গোঁসানীৰ লগতেই গ'ল। বৰ ভাগ্যৱতী ! বৰ ভাগ্যৱতী !! □

(১৯৯১)

# স্বাধীনতাৰ ফলক

"হেৰৌ উঠিলিহঁতনে ? বাতিটো কেঁকাই কেঁকাই পৰি আছো হেৰৌ সিহঁত মথাৰ সাৰি-সুৰা নাই। মৰটোপনিত পৰি আছে। টোপনিতে ধৰত জুই লগাই দিলেও ক'ব নোৱাৰে। হেৰৌ উঠিলিহঁতনে ? তহঁতৰ মৰটোপনি ভাগিবৰ হোৱাই নাইনে ?" মানুহটোৱে কেঁকনি কেইটামান মাৰিলে। পেটটোত সোঁহাতৰ খনেৰে হেঁচামাৰি ধৰি কেইটামান কাঁহ মাৰিলে। প্ৰতিটো কাঁহ মৰাৰ অন্তত 'আইঔ' 'আইঔ' বুলি সামৰণি মাৰে। কাহুকেটা মাৰি মানুহটোৱে আকৌ চিঞৰিলে, "হেৰৌ তহঁতে সাৰ পালিহঁতনে।"

"এই মানুহটোৰেনো দিনে বাতিয়ে হেদ-ভেদ নাই কি হেকেলিয়াই থাকে জানো। বাতিটো মূৰ ফুৰণিত এক তিল শুব পৰা নাই। মূখটো ইচাট-বিচাট, চকু দুটা মুদিবাহে উৰাই উৰাই নিয়ে। চিলমিলকৈ টোপনি অকণ আহিব খুজিছিলে দিলে টেটুফলা চিঞৰ" বুলি মানুহজনী বাহৰ চাংখনতে বহিল। ভগা খোলাকাটি ভগাৰ দৰে চাংখন কেৰকেৰাই উঠিল।

"নিশাটো যদি টোপনিয়েই নাই তেনেহ'লে ইমানকৈ পেটৰ বিষত দেদাউৰিয়াই আছো তহঁতে মাত এষাৰ দিব নাপাহঁতনে" ? বুৰায়ে কৈ দুখ কৰিলে।

মূৰফুৰণি নহ'বলৈ পেটত 'এহাৰ' পৰিলেহে। পেটত এহাৰ নপৰিলে গাত বল-শকতি ক'ত থাকিব ? এই শাওণমহীয়া গৰমৰ নিশাটো ছটফটাই আছোঁ।

"বাক বাক হ'ব, এতিয়া ইন্দিৰা গান্ধীৰ দৰে, লেকচাৰ মাৰিব নেলাগে উঠহঁত। সেই জহনীমৰা কেটাকো জগাই দেহঁত" বুলি বুৰাৰে আকৌ কাহি কাহি কেঁকাবলৈ ধৰিলে। কুনকুনিয়ে বিছনাত হাতৰ তলুৱাৰে ভৰ দি থিয় হৈ আকৌ বহি দিলে। মূৰটো আচন্দই কৰাৰ নিচিনা লাগিল। চকু দুটাৰে যোৰা কোৰা দেখিলে। আকৌ বহাৰ পৰা উঠি ঢকা কোবাই কোবাই বাহিৰলৈ গ'ল। এইবাৰ বুৰাৰে পুতেকহঁতৰ উদ্দেশ্যে চিঞৰিবলৈ ধৰিলে, "হেৰৌ, হেৰৌ কৰপোনা জহনীতকা

ধনপোনা মাউৰত যোৱা— শুই থাকইঁত ; বাবু চাহাবৰ ল'ৰা ছোৱালীৰ দৰে নাক বজাই বেলি দুপৰলৈকে শুই থাকইঁত। আজি পোন্ধৰ আগষ্ট স্বাধীনতা দিৱস খবৰ নাই। শুই থাকইঁত বৰজহনীত যোৱাহঁত'' । বুবাইৰ কথাত ঘৈণীয়েক কুন কুনিব খং উঠিল। তাই অলপ টান মাতেৰেই ক'লে ''কিহৰ কাৰণে ল'ৰা কেটাক উপজি পুৱাতে বিছনাতে দকচি দকচি শাও দিছে। খোৱা বোৱা দিব পৰা নাই কাৰণে শাওকে দিছে।

হেৰৌ মুখতযে ধৰিছ আজি পোন্ধৰ আগষ্ট নহয় নেকি ?

পিছে কি হ'ল ? বৰ পোনা ধন পোনাই । ক'ৰবাত খেলমাটিত গৈ 'মনতিৰি এমেলে'ৰ দৰে পতাকা তুলিবগৈ লাগে নেকি ?

''ঠিক আছে ; নিচিঞৰো। শুই থাকক, শুই থাকক উকীল মুনচিপৰ ল'ৰাৰ দৰে দিন দুপৰলৈকে ফন্তি মাৰি শুই থাকক দে। অলপ বিছনিৰ বা দি গাটো জুৰ লগাই দে, ল'ৰা শুই থাকক। বুবায়ে কৈ বিছনাত বাগৰ সলালে। চন্দুকটোৰ সমান খিড়িকিখনেৰে ৰ'দৰ ৰেঙনি আহি তাৰ মুখত পৰিছে। কালি শোৱাৰ আগতে বিছনাৰ তলত জাক দি নল'লে কাৰণে বোন্দামহে ৰাতিটো দগৰি দগৰি খালে। এতিয়া মহে খোৱা জেগাবোৰত জিকা গুটিটো মান হৈ হৈ দবলা বান্ধিছে আৰু খজুৱাইছে। তাহানি কুনকুনিয়ে যৌতুকত অনা হাতে বোৱা আঠুৱাখন ফটাৰ পিচত আৰু বিছনাৰ ওপৰত আঠুৱা ওলমা নাই। গৰম কালি শোৱাৰ আগতে ভালকৈ চাঙৰ তলত ধোঁৱাৰ জাক দি লয়— কিছু ৰক্ষা পৰে।

মানুহটো বুকুৰ বিষত আজি ভালেকেমাহ কোঙা হৈ আছে। লাহে লাহে গৈ বিষটো পেট আৰু কঁকাল পালেগৈ। নহ'লে আগতে কপিদাখনে কোৰখনে লৈ হাজিৰা কৰি যেনেতেনে চলি আছিল। কেইবছৰমান মাষ্টৰৰ ঘৰত হালোৱাও সোমাইছিল। ছ-পুৰামাটিৰ খেতিটো তুলি দিয়াৰ বাবদ মাটি ডেৰহালিচাৰ ধান দিছিল আৰু খেতিৰ শেষত ৰূপ দুশ নগদ দিছিল। সঘনাই বুকুৰ বিষ হ'বলৈ ধৰাত বিনন্দি মাষ্টৰে বিদায় দিলে। গাটো ভাল পালে মানুহৰ ঘৰত, ঠিকাদাৰৰ তলত আলিত দিন হাজিৰা কৰিবলৈ গৈছিল। ল'ৰা-ছোৱালী চাৰিটাৰে সৈতে যেনেতেনে চলি আছিল। কিন্তু লাহে লাহে কুমজেলেকুৱা যগোৱাদি বিষটো বুকুৰ পৰা পেট আৰু কঁকাল পালেগৈ। তাৰ পিচত উঠিবই নোৱাৰা হ'ল। হচপিটেললৈ কেবাবাৰো অহা-যোৱা কৰিলে। চৰকাৰী আচপাতাল যদিও ডাক্তৰ নাৰ্চ বোৰে পইচা নাপালে মূৰ দাঙিয়েই নাচায়। ডাঙৰ ডাক্তৰটোৱে চৰকাৰী কোৱাৰ্টাৰতে পুৱা সন্ধ্যা ফিজ লৈ লৈ ৰোগী চায় আৰু চৰকাৰী দৰৱকে তেনে ৰোগীক দামত বেচে। টকা নিদিয়া ৰোগীৰ কাৰণে চৰকাৰী দৰৱ নাই। এদিন হচপিটেলতে বুবাইৰ লগৰে বুদায়ে খঙতে সেই ডাঠিয়া ডেকা ডাক্তৰটোক কৈয়েই দিলে। বুদাইৰ খং উঠিবও লাগে হয়। তাতে মানুহটো মুখ আগলিকাও— মানুহে ভাল পায় যেন্ত্ৰা পায় নেচায়। বুদাইৰ ডেকা ল'ৰাটো ভৰিৰ পটাত বুঢ়ালনৰ জোৰ এটা পৰিষ্কাৰ কাঠৰ পৰা উফৰি। ভৰিটো গছৰ পৰা মাটিত পৰি

পকা পৈণত কেঁচা আমটো দুফাল হোৱাদি মঙহ দুচটা হৈ বিদৰি গ'ল। গামোচা এখনেৰে টানকৈ বান্ধি কথমপি চাইকেলৰ কেৰিয়াৰত বহুৱাই প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰটো পালেহি। ভটীয়া ডাক্তৰটোৰে চিধাই ক'লে বোলে টকা সত্তৰটা দিলেহে চিলাই দিব পাৰিব। হেজাৰ কাওঁ বাওঁ কৰিলে তথাচ চাৰিটাকৈ ডাক্তৰ কম্পাউণ্ডাৰ আছে কোনেও ঘূৰিকে নাচালে। মুখ আগলিকা বুদায়ে ওভট মাত মাতি কৈয়েই দিলে বোলে তোমালোক দুখীয়া ভিকহুৰ তেজখোৱা ম'হ জোক। তোমালোক ডাক্তৰ নহয়। জোক, ম'হ জোক। জহৰা খহাবলৈ অহা ছোৱালী বোৰলৈ জোপ পাতি বোন্দাপৰ দি থাকাহঁত। তেনেকুৱা কেঁচত মুঠে মুঠে টকা ল'ব পাৰা কাৰণে বোন্দাপৰ দি থাকাহঁত। তেনেকুৱা কেচ এটা পালে মকা গৰু ছাগলীৰ ঠেং শিয়াল কুকুৰে টনাদি টনা আজোৰাধন কৰাহঁত। আমি গম নাপাওঁ বুলি ভাবিছাহঁত হ'বলা ? তহঁতৰ নিচিনা তেজখোৱা মানুহবোৰক এখুন্দা মাৰিবলৈ দেশত মানুহ নাইকীয়া হ'ল'' বুলি আকৌ ওভোট মাতি বুদায়ে ল'ৰাটো চাইকেলত তুলি টানি টানি নি 'পাইভেটকৈ' চোৱা প্ৰতাপ ডাক্তৰৰ ওচৰ পালেগৈ। বুদায়ে টকা পোন্ধৰটা ফিজ দিছিল প্ৰতাপ ডাক্তৰে আকৌ পাচ টকা ৰাখি দহ টকাৰে দৰব কিনি নিবলৈ ঘূৰাই দিলে। সেই বাবেই বুবাই ''প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰ'' লৈ কেইবাৰ মান গৈ গৈ তিতা লগাত নোযোৱা হ'ল। পৰতাপ ডাক্তৰৰ ওচৰলৈয়ো দুবাৰ নে তিনিবাৰ গ'ল। 'ফিৰিকৈ' দৰবো দিলে কেই বটলমান। কিন্তু সদায় সদায় ফিজ নিদিয়াকৈ ভাল হ'ল বুলিও ''পাইভেট ডাক্তৰ'' জনৰ ওচৰলৈ যাবলৈ ভাল নাপায় বুবায়ে। সক্কালনিকৈ আজি দুই তিনিমাহ বুবাই বিছনাত পৰি আছে। লাখুটি নোলোৱাকৈ এখোজো বাহিৰলৈ যাব নোৱাৰে। কঁকালটো পোনাব নোৱাৰা মূৰটোৱেও আচন্দাই কৰে।

বিছনাৰ পৰাই কালি সন্ধিয়া মাইকত 'এলাউন্চ' কৰা শুনিছে বুলনীৰ শিয়াল আছিল আজি পোন্ধৰ আগষ্ট বুলি। মাইকত বহুত কথা 'এলাউন্চ' কৰিছিল। কথাবোৰ শুনি বুবাইৰ মনটো ভাল লাগিছিল। মনটো কিবা বসাল লাগিছিল। আলহীৰ হাতত বিস্কুটৰ পেকেট দেখা দুখীয়া মানুহৰ ল'ৰা ছোৱালীৰ চকু জিভা বসাল হৈ পৰাৰ দৰে বুবাইৰ মনটো মাইকত কোৱা কথাবোৰ শুনি বসাল হৈ পৰিছিল তেনেহ'লে চাওঁতে চাওঁতে স্বাধীনতা পোৱা দুকুৰি বছৰ পাৰ হ'ল। স্বাধীনতা পোৱা বছৰত বুবাইৰ বয়স সাত বছৰমান আছিল। কি বং তামাচা। মূৰত বগা কাগজৰ গান্ধী টুপী পিন্ধি পিন্ধি ইন কিলাব জিন্দাবাদ বোলা গোৱাদি চিঞৰি চিঞৰি গোৱা ভাব তেনেই মনত আছে। স্বাধীনতা পোৱাৰ দিনা উপজি পুৱাবে পৰা ঢোল, ডবা, পেঁপা, কাঁহ, ভাল-খোল বজোৱা সৌ সিদিনাৰ যেনেহে মনত আছে। এতিয়া ডাক্তৰ [illegible] ইচ্কুল থকা থিয়েটাৰ ঘৰ থকা 'ফিল' খনতে [illegible] পোষ্ট [illegible] পতাকা তুলিছিল। জেলখোৱা কন্গ্ৰেছ [illegible] আছিল সভাপতি। [illegible] দীঘল বক্তৃতা দিছিল। স্বাধীন [illegible] হ'লে কি হ'ব কৈছিল। [illegible]

হ'ল বুলিও কৈছিল। মিটিঙতে ৰাইজে তাৰ বাপেকক ক'লে বোলে ৰাইজে আজি স্বাধীনতা দিৱসৰ দিনা গিৰিধৰ বড়াক ভাৰষা কৰিছে বোলে এই টিকা মাটিকন তেওঁ ৰাইজক দান দিব লাগে আৰু ৰাইজে ইয়াতে এখন ইম-ই স্কুল আৰম্ভ কৰিব। বাপেকেও একে আষাৰতে বোলে ৰাইজে যদি মাইনৰ ইচ্‌কুল এখন আৰম্ভ কৰে মোৰ মাটিকন দিয়াত আপত্তি নাই, ইয়াৰ মাটি ইয়াতে পৰি থাকিব— মৰিলে লগত লৈ নাযাওঁ নহয়! দেশত 'চবাজ' হ'লেই যেতিয়া দুখীয়া নিচলাৰ মৰণ নহয়। সেই টুকুৰা মাটিৰ দাম এতিয়া কঠাই প্রতি কুৰি হেজাৰ টকা। মাইনৰ ইচকুল চকুৰ আগতে হাই ইচকুল হ'ল। কিন্তু কি হ'ব বুবাইহঁতৰ হে সেই ইচকুলত পঢ়াৰ ভাগ্য নহ'ল। পঢ়াটো দূৰৰে কথা আজি দহ বছৰৰ আগতে দুটাকৈ চকীদাৰৰ চাকৰি ওলাল। বুবায়ে কিমানক হাতে ভৰিয়ে ধৰিলে চকীদাৰ কৰি সুমাই নল'লে। হেডমাষ্টৰে ক'লে বোলে কাক ল'ব লাগিব এম এলেই লিখি দিছে, গতিকে মোৰ উপায় নাই। অকল এম-এল-এই— নহয় মন্ত্রীয়েও কিবা হাবি বন বিভাগৰ মন্ত্রীয়েও হেনো লিখি দিছে। চকীদাৰৰ চাকৰি এটাৰ বাবেও মন্ত্রীয়ে হাত দিয়ে— নেওচা কেওচা দিবলৈ। এনেকুৱা মন্ত্রীৰ মুখত শগুনে মল ত্যাগ কৰক। চকীদাৰৰ চাকৰিটো পোৱা হ'লে আজি এই বিলাই নহয় নহয়। নিজৰ মাটিতে হোৱা ইচকুলখনত পঢ়ি বিএ এমএ পাছ কৰাটো দূৰৰে কথা ঘণ্টা কোবোৱা চকীদাৰৰ কামটোকে নেপালে। ইয়াকেহে কয় বোলে নিজৰ বৰঘৰত নিজেই আলহী। চাধীনতা পোৱা বছৰ মাটি আছিল চৌদ্ধ বিঘা এতিয়া চাধীনতা পোৱা দুকুৰি বছৰৰ পিছত মাটি দুবিঘাত পৰিলগৈ।

হেৰৌ জহনী মৰাগিটা উঠিলনে অ' ?

"কিহৰ কাৰণেনো টেটু ফালিছে ? সিহঁতেনো উঠি কি কৰিবগৈ লাগে ?" কুনকুনিৰ কিবা হালোৱা খং এটা উঠিল।

"সেয়া চাহুৰ দোকানত ৰেডিঅ', 'টি-বি' (টি-ভি) কোন কাহ্‌নিয়েই বাজিল। 'ফিলত' চাগৈ মানুহ গেদা হ'ল। পতাকা তুলিবৰ হ'লেই চাগৈ।" বুবায়ে ক'লে। পিচে কি হ'ল বৰপোনাহঁতে কি কৰিবগৈ লাগে। কুনকুনিয়ে ক'লে।

কালি জানো নিজ কাণেৰেই শুনা নাছিলি মাইকত 'এলাউনচ' কৰা বোলে আগৰৱালা মিলৰ মালিকে ল'ৰা ছোৱালীৰ মাজত খোৱা বস্তু বিতৰণ কৰিব।

এনে আমাৰ ল'ৰা-ছোৱালীৰ ভাগত পৰিবগৈ। সেইবোৰৰ দুখীয়া নিচলাৰ তেজ খাই খাই কাঠৰ মিল, ধানৰ মিল, তেলৰ মিল আৰু মদৰ মহল হৈছে ধনী হৈছে, এতিয়া আকৌ দুখীয়া ল'ৰা ছোৱালীক খোৱা বস্তু বিলাব।

আমাক সেইবোৰ নেলা-কোন কেনেকৈ ধনী হৈছে— আমাক নেলা। কোনোবা ধনী হ'বলৈ হ'লে কোনোবা দুখীয়া হ'বই লাগিব। তই সিহঁতক জগাই দে। কি পায় তাতে খাওক । আঠ বছৰীয়া ল'ৰা দুটি অর্থাৎ দেশৰ ভৱিষ্যত ধৰণী স্বৰূপে শিশুৰ দুজন প্রতিনিধিয়ে হাতত পুৰণা এলুমিনিয়ামৰ বাতি দুটা লৈ মন্ত্রীয়ে

পতাকা উত্তোলন কৰা কিস্তমনৰ কালে বাৰ্বলে ধৰিছে ; অজন্মোনাৰ গাত এৰ আছিল। শাওণ মহীয়া খাওঁ খাওঁ হ'দতো সি মলিয়ে জাঠ হোৱা পুৰণা এড়িয়াচাদৰখন গাত মেৰাই গৈছিল। সি জাৰত থক থককৈ কঁপি গৈছিল। বাপেকৰ মতে তাৰ ঘৰটোৱে সহায় কৰিব। মানুহৰ দয়া উপজিব আৰু নিদিওঁ বুলি ভৰা জনেও দহ পইচা বাটিটোলৈ দলিয়াই দিব।

এনেকুৱা স্বাধীনতা এটা দেশখনলৈ আনি নিদিয়া হ'লে আজি বুবাইহঁতে এই সুবিধাকেনো ক'ত পালেহেঁতেন ? সেইটো কথাকে ভাবিয়েই হ'বলা বুবাইৰ চকু দুটা জাপ খাই গৈছিল।

বুবায়ে বিজুনাৰে শবাই শুনিলে অলপ পিচতেই মাইকত ডেকা মন্ত্ৰীয়ে দেশৰ দুখীয়া ভিকহুৰ বাবে চিঞৰি চিঞৰি কথাৰে কান্দিবলৈ ধৰিলে। ডেকা মন্ত্ৰীয়ে ইমান চিঞৰিছিল যে নিশ্চয় তেওঁৰ ডিঙিৰ শিৰবোৰ বোন্দা কেঁচুৰ দৰে ফুলি উঠিছিল। বুবায়ে ভাবিলে। □

(১৯৮৮)

# কইনাৰ চাৰ্টিফিকেট

বিয়া কৰাবই লাগিব বোলে। মাই শেষ চিঠি দিলে হেনো। নৱম শ্ৰেণীত পঢ়া ভতিজাজনীৰ হতুৱাই চিঠি লিখাইছে। চিঠিখনৰ তলত মুৰ্গীঠেঙৰ দৰে আকোঁৰা বাকোঁৰা আখৰেৰে লেখি দিছে, "তোৰ মাৰ"। এইবাৰ বোলে বিয়া নকৰালে মাৰ এজনী আছে বুলি ভাবিবলৈ হাক দিছে। তিনিকুৰি কাৰ বছৰীয়া মানুহ যদি মৰণ কামনা নকৰে না নকৰিবি— মুঠতে ফুলস্কেপ কাগজৰ দুপিঠি ভৰাই দিছে। নভৰাব কিয় ? নিজে লিখিলেহে দুটা শাৰী লেখিয়েই 'ইতি তোৰ মাৰ' বুলি সামৰিব, এতিয়া বুঢ়ীয়ে কৈছে কাকতীয়ে লেখিছে। কথাটো এনেকুৱা হ'ল যেন মই বিয়া নকৰালে মানৱ জাতিৰ মোক্ষতে ইতি হ'ব। দাদাইতে ৰৰকৈ নকয় কিন্তু নবৌ দুজনী আৰু মা। বাইদেউ দুজনীৰ ঘৰলৈ যাবই নোৱাৰি খালী বিয়া। আজিকালি ভাগিন ভতিজাবোৰ ডাঙৰ হৈছে যাবে সিহঁতেও ছুল পালেই বিয়াৰ কথা কয়। গতিকে প্ৰায়েই ঘৰলৈ নাযাওঁ। মাই লিখা চিঠিখন পায়ো যোৱা নাছিলো পিচে এখন টেলিগ্ৰাম আহিল Mother serious come soon। গৈ দেখিলো বতি চিৰিয়াছ, পানী লাগিছে আৰু বুঢ়ীৰ কঁকালৰ বিষ। পানী লগা আৰু কঁকালৰ বিষত মানুহ মৰাতো দেখা নাই। বধশপত দিলে মায়ে। অলপতে খুড়ীদেউৰ নাতিনীয়েকৰ বিয়াত তৰাজানত ছোৱালী এজনী দেখিলে। পছন্দ কৰিলে। ছোৱালীয়ে প্ৰফেছৰনী কৰে। দেখাত ধুনীয়া। কথাবতৰা মৰম লগা। ধুনীয়া মানে তোৰ মতেহে ধুনীয়া।" মাজতে মই মাত দিলো। মাই একো নকলে। ওচৰতে থকা নবৌজনীয়ে হাঁহিলে। মাৰ চকুত সকলোৱেই ধুনীয়া। নাক কাণ কাটি অহা শূৰ্পনখাক দেখিলেও ধুনীয়া বুলি ক'ব, শ্ৰীদেৱীক দেখিলেও একেই ধুনীয়া বুলি ক'ব। এবাৰ আমাৰ লগৰ এটা আহিছিল আমাৰ ঘৰলৈ। তাৰ গাৰ ৰংটো এনেকুৱা যে গাৰ ছাল বখলিয়াই মহেন্দ্ৰ দত্তৰ ছাতি এটা বনাব পাৰি। দাঁতৰ ফাকত চুফাৰি অনায়াসে সোমাব। চকু দুটাও মদ খোৱা মানুহৰ দৰে ৰঙা আৰু চুলিবোৰ ঠঁৰা ঠঁৰ। সি [illegible] সুধিলে "ক'[illegible] ঘৰ কত বুলি কলিছঁত।"

কলঙ্কান্ত।

বৰ মৰম লগা ধুনীয়া ল'ৰাটো। শুনি সাধাৰণতে খুক খুককৈ হাঁহা নবৌ দুজনীয়ে মিলে টেক্‌টেক্‌কৈ হাঁহি। পিচত সেই ধুনীয়া ল'ৰাটোৱে মোৰ মুখত মাৰ মুখৰ মন্তব্য যেতিয়া শুনিলে ইমানেই হাঁহিলে যে পেটৰ বিষ উঠিল আৰু সি পাকস্থলীটোৱে পেটত হেঁচা মাৰি ধৰিলে। তাৰ নাম নীৰেশ। নীৰেশে ক'লে মুইহু পলাশ ভাগ্য ভালৰে তোৰ ভনীয়েৰ নাই। থকা হ'লে বুঢ়ীয়ে মোৰ নিচিনা ধুনীয়া ল'ৰা এটাক জোঁৱাই পাতিলেহেঁতেন।"

মোৰ বিয়া লৈয়েই যত মানে তত জল্পনা। এদিন প্ৰবালে ক'লে, "দেখ পলাশ, তই বিয়া পাতিলেও মন্দিৰ ভণিৰ ক'ট কেঞ্চাৰীত পাতিবি। আমি তোৰ দৰাৰ লগত যাব নোৱাৰো। দৰাৰ লগত গৈ দৰাই মুখত কমাল লৈ কলৰ তলত ছাতিৰ তলত বৈ থাকোতে দৰাৰ লগৰ বুলি পেখম ধৰি জুম পতা ছোৱালী চাই থকাৰ বয়স আমাৰ নাই।"

ই তাতোতকৈয়ো ডাঙৰ কথা এটা হ'ব নহয়। "প্ৰবালৰ মুখতে ধৰি পৰেশে ক'লে, ই যেতিয়া দৰা হৈ গৈ কলৰ তলত বৰগৈ তেতিয়া সজাই পৰাই কইনাৰ ওচৰত কইনাৰ সমনীয়াবোৰে নাম গাই থাকিব, যেতিয়া গম পাব বোলে দৰা আহিল, দৰাটো চাই আহোঁ বুলি দুজনীমান দুপ দুপকৈ দৌৰি ওলাই আহিব। আহি কলৰ তলত বৈ থকা দৰা দেখি কইনাৰ লগৰ দুজনী মানে ক'ব ই আমি আগৰে পৰাই চিনি পাওঁ, আমাৰ দেউতাৰ লগত একেলগে পঢ়া।" মই কৃত্ৰিম খং দেখুৱাই কওঁ, "যদিও ভাবিছিলো কিবা এটা, তোৰ এইটো কথা শুনাৰ পাচত বিসৰ্জন দিলো।" "ৰ'বা ৰ'বা ইমানতে শেষ নহয়," দৌলেশ্বৰে ক'লে, "তুমি জাই কইনা চাবলৈ নিজে নাযাবা হ'লে দেই। তুমি যদি বিয়াৰ আগতে কইনা চাবলৈ যোৱা কইনাৰ মাকে ওলাই আহি ক'বহি বোলে দদায়েহে অহাৰ কথা আছিল, এতিয়া দেখোন দদায়েকহে ওলালহি।

তামাচা কৰিলেওতো কথাটো মিচা নহয়। দুকুৰি ছয়বছৰ বয়সত মইনো বাৰু বিয়াৰ কথা ভাবিব পাৰোনে ? নিজৰ ল'ৰা কাৰণে মাৰ মতেৰে চাগৈ মই চাব্বিশ বছৰীয়া। কিন্তু বিটায়াৰ হ'বলে মাত্ৰ বাৰ বছৰ আছে। তাকে বাইদেউৰ এবাৰ মনত পেলাই দিলত বাইদেউৱে ক'লে "ভালহে ধৰ তোৰ দুকুৰি ছবছৰত বিয়া পাতিলি। দুবছৰৰ পাচত তোৰ ল'ৰা এটা হ'ল। ল'ৰাৰ যেতিয়া দহ বছৰ হ'ব তেতিয়া তই চাকৰিৰ পৰা অৱসৰ পাবি। তহঁতৰ ল'ৰা চাগৈ ইংলিছ মেডিয়ামতহে পঢ়ুৱাবি। গতিকে নিচুৰীয়াকৈ ল'ৰাক স্কুলৰ পৰা অনা নিয়া কৰিব পাৰিবি, ল'ৰাৰ হ'ম ৱৰ্ক একাণপতীয়াকৈ কৰি দিব পাৰিবি, কিনো বেয়াটো হ'ব।"

বহুতে ভাবে মই প্ৰেমত ব্যৰ্থ হৈহে বিয়া পত্ৰ নাই। মই কিবা গণেশ গগৈনে ? প্ৰেমত পৰিছিলো হয়। একেলগে পঢ়া ছোৱালী এজনীৰ প্ৰেমত পৰিছিলো। তাকো নাইনৰ পৰাই। প্ৰেম মানে কি সদায় জেপত এখন চিঠি লৈ আনি তাইক দিয়া

আৰু তাইৰ পৰা এখন লোৱা। দেশৰ মানে কবিতাৰ কটেশ্বন। কলেজতো চাৰিবছৰ একেলগে পঢ়িলো। মোক নাপালে তাই চুইচাইড কৰিম বুলি কৈছিল মযো কৈছিলো। পিচে কলেজৰ পৰা ওলায়েই ঘৰত নিদিয়ে বুলি তাই বিয়া কৰালে কিবা টেলিকমিউনিকেশ্বনৰ ইঞ্জিনীয়াৰ এটাক। থাকে বাঙ্গালোৰত। কুৰিবছৰ মানৰ পাচত সিদিনা বাছৰ পৰা নামি নগাৱঁৰ হোটেল এখনত ভাত খাই আছো। মোৰ মুখামুখিকৈ মানুহ এজনীয়ে গাভৰু ছোৱালী এজনীয়েও ভাত খাই আছে। ওচৰতে এটা কিংকৰ্তব্য দৰে শকত মানুহ। মানুহজনীয়ে মোলৈ ঘনকৈ চাইছে। মযো আঁৰ চকুৰে চাইছো এবাৰ মানুহজনী মোৰ ওচৰলৈ আহি ক'লে, "তুমি যাক পলাশ নোহোৱানে ?" মই ক'লো, "হয়, মানুহে মোক পলাশ বুলিয়েই জানে।" আই ঐ কিমান দিনৰ মূৰত দেখিছো চিনি পোৱা নাই ?

মনিকা মহয় জানো ?

ইচ্ কাম মত মাছিলা কিয় ? বুলি মনিকাই হুলস্থূল লগাই দিলে। গিৰীয়েকক চিনাকি কৰাই দিলে। তাৰ পাচত সুধিলে বিয়া কৰালোনে নাই। মই নাই কৰোৱা বুলি কলত হাঁহি হাঁহি সুধিলে, "কিয় ?" মই বোলো ছোৱালীয়েই পোৱা নাই। তাই ক'লে বোলে এইজনীকে কৰোৱা নহ'লে। মই বোলো এইজনীনো কোন ? তাই বোলে মোৰ ডাঙৰজনী ছোৱালী।

সেয়াই হ'ল মোক নাপালে চুইচাইড কৰা প্ৰেমিকা মনিকাৰ কথা। তেনেহ'লে তাইৰ কাৰণেনো মই বিয়া নকৰোৱাকৈ থাকিমনে ? আচলতে কথা সেইটো নহয়। মোৰ বিয়া নকৰোৱাৰ মূল কথাটো হ'ল আছো আৰু ভালেৰেই। চাৰি হেজাৰ মান টকা দৰমহা পাওঁ, ফূৰ্ত্তি কৰি আছো। মদ মই বেগুলাৰ নাখাও। বন্ধু বান্ধৱে পালে খাওঁ, নিজে কিনি আনো, খাওঁ। কিতাপ-পত্ৰ পঢ়ো কিনো। বান্ধৱী ল'বা এটা আছে। ঘৰলৈ পইচ নপঠালেও হয়। পঠালেও আপত্তি নাই। আৰু সেয়া। টকা থাকিলে সেই পদ বন্ধুৰো অভাৱ নাই। অৱশ্যে মই আজি আজিলৈকে এপইচাও খৰচ কৰা নাই। কি জানো মই মানুহটো ইমটেণ্টনেকি। একো ভাবেই নাজাগে দেখোন। লগৰ বোৰে নামানে। সিহঁতৰ মতে লোকৰ চকুৰ ভাত খাই থাকিবলৈ পালে কোনেনো নিজৰ ঘৰত চক জুৰি জঞ্জাল ল'ব। দেখিছো হয়। মই চাকৰি কৰা ঠাইত পাওঁতেই দেখিছো। গিৰীয়েক অফিচলৈ ওলাই যাবহে দুৱাৰ মুখত মাকতি গাড়ী খাৰা হ'লহিয়েই। ঘৈণীয়েকে অফিচলৈ টেলিফোন কৰি অফিচতে আছেনে কাই খাতাং জানি লয়। ভাত খাবলৈ বৈ থাকিম বুলি কয়। ঠিক সাঁজ আৱাৰৰ আগে আগে মাকতি উৰাও। "কেনেইনো মোলৈ বৈ থাকাহে পেটত কষ্ট দি" কৃত্ৰিম মৰমৰ দাবী দি গিৰীয়েক ঘৈণীয়েক ভাত খাবলৈ বহে। বিয়া কৰাবলৈ মন নোহোৱাৰ কাৰণ সেইবোৰো চাগে।

কিন্তু এইবাৰ বাইদাং থাকোঁতে মাকে-পুতেকে মোৰ বিয়া পাতিবই। কথা হ'ল

যে মই নগাৱঁৰ ভনীটি মন্দিৰাক লৈ নিজে ছোৱালী চাই বিয়া ঠিক কৰিবই লাগিব। মাই লগতে সতৰ্ক কৰি দিলে বোলে বামুনৰ ছোৱালী চাই কিন্তু এবিৰ নোৱাৰিবি।

উপায় নাপাই আজি মন্দিৰাৰ ঘৰলৈ আহিলো। মন্দিৰা আৰু মন্দিৰাৰ গিৰীয়েক ভনী জোঁৱাই দুয়ো কলেজৰ প্ৰফেছৰ। মন্দিৰাৰ গিৰীয়েক বিনোদ তাহানি কটনত মোৰ লগত একেলগে পঢ়া।

মন্দিৰাই চিঞৰ বাখৰ লগাই দিলে, "হেৰা চোৱাহি দৰা পাই গ'লহি।" এই তহঁতে এইবোৰ কি পাং পাতিছ বাৰু।" মই ক'লো।

কোনে পাং পাতিছে ? মাজতে আহি মাৰ লগত কোনে ফয়চলা কৰি গ'লহি ? মুঠতে মাই চব কৈছে। এইবাৰ তোমাৰ সাৰন নাই।" চাহ তাহ খোৱাৰ পাচত ঠিক হ'ল যে পিচদিনা আমি পুৱা নিজৰ গাড়ীতে যাম, ছোৱালী চাই আহি দেৰগাৱঁৰ বাইদেউৰ ঘৰত থাকিমহি।

মইহে সুধিলো "এই সেই ভাগ্যৱতীৰ ফটো টফো আছেনেকি ?"

নাই নাই এতিয়া তোৰ ফটো চাই পছন্দ কৰাৰ বয়স নাই।

কেনেকুৱা বা হ'ব। ইফালে আকৌ বামুনৰ ছোৱালী চাই এবিৰ নোৱাৰিবি বুলিও মায়ে অৰ্ডিনেন্স জাৰি কৰিছে নহয়।

মাৰ মতে ধুনীয়া, মৰম লগা। বাপেক নাইকীয়া ছোৱালী যদিও বৰ ঠাণ্ডা।

এস্ মায়ে আকৌ সেই বাবস্থাৰ আমাৰ লগৰ নীবেনকো ধুনীয়া মৰম লগা দেখিছিল নহয়।" মন্দিৰা আৰু বিনোদে হাঁহিলে।

ক'ৰবাত বোলে প্ৰফেছাৰনী কৰে ক'ত কৰেনো ?

এই কোনোবা হায়াৰছেকেণ্ডেৰী এখনত ইকনমিকছৰ চাৰজেন্ট টিচাৰ। তেতিয়া হ'বল ডাঙৰ প্ৰফেছাৰণীয়েই। বয়স বা কিমান ?

হ'ব দে আজিকালি চাবজেক্ট টিচাৰৰ দৰমহাও বেছি আৰু আমাতকৈ আৰামো, খুব বেছি থাকিলেহে দিনটোত ক্লাছ দুটা থাকে। গোসাঁনীমতে বয়স সাতত্ৰিশ। উআ কুঁৱৰীৰ নাম কি ?

মধুলেখা কটকী।

নামটো ভালেই দেখোন। চিত্ৰলেখা যে নহ'ল আকৌ।

মধুলেখা বুলিলতহে মনত পৰিছে। "মন্দিৰাই ক'লে "আমাৰ লগত তাহানি ডিব্ৰুগড় ইউনিভাৰচিটীৰ হোষ্টেলত গোলাঘাটৰ বাণলেখা কটকী বুলি ছোৱালী এজনী আছিল। তায়ো ইকনমিকছৰে আছিল। বনাই মাৰিলে দুৰছৰ।

বহুচোন বহু কি নাম কলি ছোৱালীজনীৰ ?

মধুলেখা কটকী।

নয়ন মহন্ত সেই গোলাঘাটৰ ইউনিভাৰচিটিত পঢ়া জনীৰ বাণলেখা কটকী।

বাণলেখা কটকী। "মোৰ হাঁহি উঠি গ'ল। মন্দিৰাই ক'লে, "জানিছিলি যে

কি হ'ল ক'ৰবাত প্ৰেমত পৰিলি নেকি ? ক'ৰবাত লগ পালিনেকি আকৌ ?

কচোন বাৰু ৰূপলেখা কটকীৰ কথা, যদি সেইজনীয়েই হয় মই ঘটনা এটা কম কচোন।

মানে একো নাই যৰ সাংঘাতিক ছোৱালী। বৰ ফুটনি ফুটনি কথা। ত'ত যি তাইৰ বাপেক যোৰহাটৰ কোনোবা মাৰোৱাৰীৰ দোকানৰ মনিব জাতীয় কিবা কৰে তাই কব বাপেক বোলে বাগানৰ মেনেজাৰ। ককায়েক এটা বদমাইচ মদাহী তাই কয় গুৱাহাটীত ইঞ্জিনীয়াৰ পঢ়ি আছে। তাৰ বাদেও চোৰ। ৰূমটোত আমি চাৰিজনী থাকো সদায় আমাৰ তিনিজনীৰ কিবা নহয় কিবা এটা হেৰায়েই। এবাৰ আচমাৰ সোণৰ আঙঠিটো হেৰাল। এবাৰ অপৰাজিতাৰ পাটৰ শাৰী এখন হেৰাল। মোৰো মুগাৰ মেখেলা এখন হেৰাল। আমি হেৰোৱাৰ কথা পাতিলেই তাই জাঙুৰ খাই উঠে। আমাৰ ছুপাৰ বাইদেউ কিমান গহীন গম্ভীৰ মানুহ বাইদেউৰ মুখতেই জেক জেককৈ ধৰে। বাইদেউৰ নিচিনা মানুহেই এদিন ক'লে বোলে ৰূপ তোমাৰ মুখত সৰিয়হ পেলাই দিলে তপত খোলাত ফুটাদি ফুটিব দেই। আচলতে তাইৰ নাম আছিল ৰূপদা কটকী ৰেজিষ্টাৰ বহীত ৰূপদা আছে, ৰূপলেখাটো বা ৰূপা নামটো তাই নিজেই দি লোৱা। তাৰ বাদেও ইমান স্বাৰ্থপৰ ছোৱালী দেখা নাই। স্বাৰ্থৰ বাবে তাই চব কৰিব পাৰিব— মুখৰ চেহেৰাটো বাৰু তাহানি নঅনীয়া বজাৰৰ চাৰি চুকীয়া আয়নাখনৰ দৰে নহয়নে ?" মই ক'লো। মন্দিৰা আৰু বিনোদে ঢেক ঢেকাই হাঁহিবলৈ ধৰিলে। বিনোদেহে ক'লে, হেৰা তুমি আৰু ৰূপাৰ বিষয়ে নোকোৱাই ভাল হ'বনেকি ? এওঁ পলাশে দেখোন মুখৰ আকৃতিলৈকে ক'লে কিবা আছে নেকি আকৌ ?" নাই সেইজনীৰ বিয়া হ'বলৈ নাই। আমাতকৈয়ো দুবছৰ মানৰ ডাঙৰ যদিও তাইৰ মতে গোটেই হোষ্টেলটোৰ ভিতৰত তাইহে সৰু। ইউনিভাৰছিটীৰ আটাইতকৈ ধুনীয়া ল'ৰাটো চাৰিখন বাগানৰ মালিকৰ পুতেক প্ৰীতম শৰ্মাই বোলে তাইলৈ প্ৰেম নিবেদন কৰিছে, তাইহে হেনো সহাৰি দিয়া নাই। আমাৰ লগৰ নিৰ্মলাই এদিন ক'লেই বোলে প্ৰীতমে তোমাৰ চেহেৰা আৰু বয়স চায়েই প্ৰেমত পৰিছে। তাতে ভাই তুমি বাগানৰ মেনেজাৰৰ ছোৱালী আমাৰ নিচিনা মাষ্টৰৰ ছোৱালীনে কিবা। তাতো ওৰোন্দ ঠাট্টা কৰা হৈছে বোলে। বিশ্ববিদ্যালয়ৰ বিজ্ঞান সমিতিয়ে অন্ধ বিশ্বাসৰ ওপৰত পতা চেমিনাৰত বক্তৃতা দিবলৈ যায় অথচ তাইৰ নিজৰ হাততে চাৰিটা পাথৰৰ আঙঠি। বৰ আচৰিত ছোৱালী পাইছিলো দেই। তাই দুবছৰ দিন ধৰি আমাৰ তিনিজনীক জ্বলাই মাৰিলে। ইমান স্বাৰ্থপৰ এবাৰ কি হ'ল আমাৰ ৰূমৰে অপৰা ঘৰলৈ গৈছিল। আবেলি ক্লাছৰ পৰা আহি তাই লগ ল'লে চিনেমা চাবলৈ। আমি বাইদেউক সুধিব লোৱাৰো বুলি কলতো তাই ক'লে বোলে নহয় মই তিনিজনীৰ বিষয়ে সুধি আহিছো। ইচ্ছা নাছিল যদিও তাইৰ নেৰা নেপেৰাত ময়ে আচমাই ওলালো। আচমাই টিকট ল'বলগীয়া হ'ল মই চাহ খুৱাবলগীয়া হ'ল। তেনেকুৱা সময়ত সদায় তাইৰ হাতত

খুচুৰা পইচা নাথাকে এশ টকীয়াহে থাকে। আমি ক'বই নোৱাৰো আমি নাথাকোতে হোষ্টেলত ডাঙৰ ঘটনা হ'ল। আমাৰ হোষ্টেলৰে ভুমভুমাৰ ফালৰ এজনী ছোৱালীক চকীদাৰে আঠমান বজাত কৃষ্ণচূড়াৰ তলত বেয়া অৱস্থাত দেখি আহি বাইদেউক ক'লেহি। বাইদেউৱে লগে লগে হোষ্টেল চেক কৰিলে। আমাকো নাপালে। আমি অতবোৰ কাণ্ড নাজানো। এতিয়া চকীদাৰে গেট খুলি নিদিয়ে। বাইদেউৱে হাক দি থৈছে। বাইদেউ আহি গেটৰ সমুখতে আমাকো গালি পাৰিবলৈ ধৰিলে পাৰ্মিছন নোলোৱাকৈ ৰাতি নবজালৈকে বাহিৰত ঘূৰিছো বুলি। আমি ভয়ে ভয়ে ৰূপাৰ কথা ক'লো তাই আমাৰ বাবেও পাৰ্মিছন লোৱাৰ কথা ক'লো। তাই চিধাই আমাৰ মুখৰ আগতেই কৈ দিলে নহয় বোলে মই কাৰো কথা সোধা নাই ক'ব নোৱাৰো, মই মোৰ নিজৰ কথাহে সুধিছো। দেখিছা কেনেকুৱা ছোৱালী।

তেতিয়াহ'লে হয় মই কোৱা গৰাকীয়েই। "মই কৈ হাঁহিবলৈ ধৰিলো।" কেলেই তইঁতৰ মনত নাই পাছ বছৰমানৰ আগতে বহ এই ডাঙৰ বাইদেউৰ ছোৱালী জ্যোতি ৰূপাৰ থিয়া কোন বছৰত হৈছিল ?

এইট চেভেনত।

তেনেহ'লে ছবছৰ হ'ল। কেলেই মই যে ৰাতিৰ বাছত বঙাইগাওঁৰ পৰা আহোতে আঠহেজাৰ টকাৰ টোপোলাটো হেৰাইছিল।

অ' হয় হয় কি হ'ল কচোন পাহৰিলো নহয়। কথাটো।

কেলেই গুৱাহাটীত মোৰ কাষৰ চীটটোতে এজনী ছোৱালী বহি নাছিল জানো ক'ৰবাত যে প্ৰফেছৰণী কৰে। ভি আই পিটো মই তলত থৈছিলো। বাইদেউৱে বিয়াৰ বাবে মোৰ পৰা টকা অলপ ধাৰলৈ বিচৰা নাছিল জানো ? হঠাতে বিয়াখন হলত যে টকাৰ অসুবিধা হ'ল। টকা খিনি আকৌ মই বেলেগে কাগজেৰে মেৰিয়াই পলিথিনৰ বেগ এটাত লৈ কোলতে লৈ আহিছিলো। মোৰ ওচৰত ছোৱালীজনী বহিয়েই কথা আৰম্ভ কৰিলে। প্ৰথমে চা চিনাকি নিজেও দিলে মোৰ পৰাও ল'লে। তাৰ পাছত কথা আৰম্ভ কৰিলে। ৰাতিৰ বাছত তাই বোলে নোৱাৰাতহে আহে। কাষৰ চীটত ভাল মানুহ নবহিলে বৰ অশালীন ব্যৱহাৰ কৰে। বাপেকৰ বাগানৰ বেনেজাৰ, তাই প্ৰফেছৰণী কৰায়েক ইঞ্জিনীয়াৰ। ইমানেই অনৰ্গল কথা পাতিবলৈ ধৰিলে পাচত মই টোপনি ভাও ধৰিলো। টোপনি ভাও ধৰোতে সঁচাকৈয়ে টোপনি আহিল। এবাৰ গাড়ী ৰখালত সাৰ পাই দেখো নগাওঁ। চাহ একাপ খাবলৈ নামি গ'লো। তাইৰ তেতিয়া টোপনি। নজগালো। চাহ তাহ খাই উঠি গাড়ীত বহিলো বোকলখাত পাৰ হোৱাৰ পাচত হঠাত মনত পৰিল টকাৰ টোপোলাটোলৈ। নাই। খেপিয়াই খেপিয়াই চালো কতো নাই। কণ্ডাক্টৰক ক'লো— লাইট জ্বলালে, তলে ওপৰে চালো কতো নাই। গাড়ীখনত হুৱা দুৱা লাগিল অথচ মোৰ কাষতে বহি শুই থকা তাইহে সাৰ নাপায়। মাজবাটতে গাড়ী ৰখাই সুৱাৰ বন্ধ কৰি সব যাত্ৰীয়েই পাত পাতকৈ চালে। কণ্ডাক্টৰে ক'লে যেনেকৈ ৪ টিকেট, বাটত কোনো নমাও নাই উঠাও নাই।

কোনেও নোকোৱাকে চবেই নিজৰ নিজৰ চুটকেচ খুলিলে, বেগ খুলিলে, নাই। তেতিয়াহে তাই সাৰ পালে। পাই ডাঙৰ ডাঙৰ মাতেৰে ক'বলৈ ধৰিলে "ইমান অসভ্য চোৰ মানুহনো বাহুত আহেনে। পোচাকত দেখোন ফিট ফাট চববোৰ চাহাব। অৱশ্যে তাই আৰু এটা কথা ক'লে বোলে নগাওঁত কোনোবা এটা গাড়ীত উঠি আকৌ নামি যোৱা তাই দেখিলে। কণ্ডাক্টৰে জেক জেকাই উঠিল "নাই নাই কোনো উঠা নাই। মই যাওঁতে গাড়ীত লক কৰি গৈছো আৰু আহিহে দুৱাৰৰ লক খুলিছো, তেতিয়াহে পেচেঞ্জাৰ সোমাই আছে।" তাইৰ কথা শুনি অলপ বয়সীয়া পেচেঞ্জাৰ এজনে মাত লগালে, "বোলে সকলোৱেই নিজৰ বাকছ্ বেগ খুলি চালেও দেখুৱালেও আপুনিও আপোনাৰ বাকছটো খুলি চাওঁকচোন।" ক'বলৈহে পালে তাই দপ্‌দপাই উঠিল। অ' মই এম.এ পাছ্, প্ৰফেছৰণী মানুহ, মোৰ দেউতা বাগানৰ মেনেজাৰ দাদা ইঞ্জিনীয়াৰ আপোনালোকে মোক চোৰ ধৰিছে মই কেলেই বাকচ খুলিম নোখোলো। বাপৰে কি মুখ তেতিয়া চবেই দাবী কৰিলে বোলে নহয় খুলিবই লাগিব। নহ'লে গাড়ী একেবাৰে দেৰগাওঁ থানাৰ চৌহদত ৰখাব লাগিব, পুলিচে চবকে চেক কৰিব। তেতিয়া ওলাই পৰিব নহয়। বাহুৰ ভিতৰতে আঠহেজাৰ টকাৰ টোপোলা এটা নোহোৱা হৈছে খেমালি কথা। তৰ্ক বিতৰ্ক লাগি থাকোতেই পিচ ফালৰ চীটত বহা ডেকা ল'ৰা দুটা উঠি আহিল। সিহঁতে ক'লে "আপুনি বাকছ্ খোলক। আপুনি বাকছ খুলিবনে নাই ? আপুনি বাকছ্ খোলক বুলিছো নহয় খোলক।" উপায় নেপাই তাই বাকছটো খুলিলে। কতা চাওঁক" খোলা বাকছটো দেখুৱাই ক'লে।

"কাপোৰবোৰ দাঙকচোন" বুলি এজনী মানুহে কাপোৰবোৰ দাঙি দিওঁতেই টকাৰ টোপোলাটো মজিয়াত সৰি পৰিল।

তেতিয়া অই লাজ পাওঁকচৰি অইৰহে মুখ চলিল অ' কোনোবাই মোৰ টোপনিতে মোক কলনামত পেলাবৰ বাবে বুধি কৰি মোৰ বাকছত ভৰাই থৈছে— মই কাকো শুদাই নেখো মোৰ মামা এজন এছ'পি, মই চবকে সাজেৰাম...। "মুঠতে গোটেই বাহখন বৌজাল বৌজাল কৰিলে মুখত কি আহিছে মুঠতে অইহে জানে। তেতিয়া বাহুৰ চবেই বোলে আৰে অযেই চুৰণী, আকৌ অইৰেই গালি খাব লাগে বুলি বোলে এই কথাই কথা নহয়, এইক দেৰগাওঁ থানাত চমজাই দিব লাগে। ড্ৰাইভাৰ কণ্ডাক্টৰক কৈ দিলে বোলে গাড়ী পোনে পোনেই থানালৈহে নিব লাগে। যেই গাড়ী দেৰগাওঁ ষ্টেছনত নোসোমাই থানাৰ ফালে গ'ল তেতিয়া অই মোৰ ভৰি দুটা ধৰি কান্দিবলৈ ধৰিলে। মোৰ আকৌ বেয়া লাগিল। মই গাড়ী ৰখাবলৈ কৈ সকলোকে বতাই বুজাই অইৰ হতুআই কমা খোজাইহে গাড়ী ঘুৰবাইছো আৰু মই দেৰগাৱঁত নামি গৈছো। হয় চিৰেই অইৰ নামো কপলেখা বৰঠাকুৰেই আছিল। ক'বই লাগিলে অই কোনজনীয়েই হয়।

হয় তেতিয়াহ'লে সেই একেজনীয়েই। অই পিৰীয়েকক কলাই মাৰিছে চাগৈ নেই। ক'ত বিয়া হ'ল জনা হ'লে আজেওে অজেওে খবৰ ল'বলে। মদিৰাই ক'লে।

সেইবোৰহে ছোৱালীৰ জাত। সেই কাৰণেহে মই বিয়া নকৰাও বুলি আছিলো।

এই সকলো কথা সাৱধানে কবি। সব ছোৱালী তেনেকুৱা নহয়। তোৰ ঘৰতো বাইভনী পাচজনী, ক'ৰবাত কিবা শুনিছ! কি ঠিক আছে আমি শুনাকৈ বা দেখাকৈ কৰিবিহঁতনে? পিচে তহঁতৰ কইনা এতিয়া মধুলেখা কটকীও যে তেনেকুৱা নহয় তাৰনো কি গেৰাণ্টী আছে?

কলোৱেইতো নিজৰ বায়েৰ ভনীয়েৰ কিজনীলৈ চাই লবি।

অৱশেষত তেতিয়া হ'লে বিয়া পাতিবলৈ লগীয়াহে হ'ল। বাতিটো টোপনি নাহিল। বিয়া নপতা জীৱন আৰু বিয়া পতা জীৱন কিমান পাৰ্থক্য। কিমান সুখ– কিমান শ্ৰী আৰু কিমান দুখ, বাস্তৱ।

আচলতে বয়সটো বেছি হৈছে বাবেই মোৰ বিয়াৰ কথাটো নিজৰে অপ্ৰাসঙ্গিক যেন লাগিছে নেকি। যাবতো লাগিবই। আগতে খবৰ দিয়া আছে।

এঘাৰমান বজাত আমি পালোগৈ। মাৰুতি গাড়ী যদিও বিনোদে গাড়ী ধন লাহে লাহে চলায়। নগৰ নহয় যদিও গাঁৱো নহয়, নগৰৰ উপকণ্ঠ, ঘৰটো পকা নহয় যদিও কেচা নহয়। আটোমটোকাৰীকৈ ৰখা নিকা ঘৰটো। দুৱাৰত ডাঠ পৰ্দা। গাড়ীৰপৰা আমি তিনিটা নমাৰ লগে লগেই বিধৱা মানুহ দুগৰাকীয়ে সধৱা এগৰাকীয়ে আগবাঢ়ি আহি আমাক নি ভিতৰত বহুৱালে। চিনাকি দিয়াৰ পিছত তেখেতসকলেও চিনাকি দিলে, এয়া মাৰু, এয়া খুৰীয়েক আৰু এয়া মামীয়েক।

তেনেহ'লে এই মামীৰ মামাই মাৰ ওচৰলৈ আজি তিনিমাহ অহা যোৱা কৰি আছিল। "মন্দিৰাই ক'লে। মানুহ কেগৰাকীয়ে হাঁহিলে। মাৰু আৰু মামীয়েকে বহুকচোন বুলি ভিতৰ সোমাল। খুৰীয়েক গৰাকীয়ে আমাৰ ওচৰতে বহি খা-খবৰ লৈ কথা-বতৰা পাতিবলৈ ধৰিলে। মন্দিৰাৰ ল'ৰা ছোৱালীৰ খা-খবৰ ল'লে। গিৰীয়েকৰ ঘৰৰ খা-খবৰ সুধিলে। মই চাই আছো যদিও মনে মনে অলপ অস্থিৰ হৈ পৰিছো– ভিতৰ ফালৰ ডাঠ পৰ্দাখন ঠেলি কেতিয়া হাতত তামোলৰ বটাটো লৈ মধুলেখা ওলাই আহে, কেতিয়া ওলাই আহে। মোৰ নিজৰ মনটোকে মই চিনিব নোৱাৰা হ'লো। বিয়া কৰাব লগাৰ ভয়ত ৰাতিটো টোপনিয়েই নাহিল। এতিয়া দেখোন আকৌ কইনা দেখাৰ বাবেই সেই মনটোৱে উদ্‌বাউল হৈছে। মানুহৰ মনহে বোধহয় বিজ্ঞানৰ বাবে ৰহস্য আৰু বিস্ময় হৈ আছে।

সঁচাকৈয়ে হয়। পৰ্দাখনত যেতিয়া জোকাৰণি এটা উঠিল মোৰ দুচকুৱে চপ্‌চপাবলৈ ধৰিলে। পৰ্দাখন বাওঁ হাতেৰে আঁতৰাই সোঁহাতত বটা এটা লৈ মধুলেখা ওলাই আহিল। তাই টেবুলখনৰ ওচৰ পাওঁতেই মন্দিৰা জাপ মাৰি উঠিল, "আৰে, কলা তুমি।"

ময়ো জাপ মাৰি উঠিলো যেন হঠাতে সাপ এটাহে গচকিব খুজিলো, মই আওৰকৈয়ে সুধিলো, "আপোনাৰ নামটো কেতিয়া সলালে? নামটো?" □

# প্ৰগতিশীল পৰামৰ্শ

আঁতৰৰ পৰা দেখিলে বহুতে ভুল কৰিব পাৰে যে সেয়া দক্ষিণ হেঙ্গাৰা বা ৰূপহীঘাট বা বঙালমৰাৰ গৰু ছাগলীৰ বজাৰ নেকি ? পিছে নহয়, সেয়া হ'ল কেন্দ্ৰীয় দলীয় কাৰ্যালয়ৰ সমুখৰ ফালহে অৰ্থাৎ চোতাল। অৱশ্যে গৰুৰ বজাৰৰ লগত ইয়াৰ কিছুমান গুণগত মিল আছে। যেনে, গৰুৰ বজাৰলৈ যি সকল আহে প্ৰত্যেকজনেই মুনাফাৰ কাৰণে আহে। বিক্ৰীদাৰ আহে দুপইচা দামত বেচি লাভ কৰিবলৈ, ক্ৰেতা আহে দুপইচা সস্তাত ভাল গৰু কিনিবলৈ, তৰণী আহে সঁচাক মিছা মিছাক সঁচা কৰি ৰচিদ লিখি দুপইচা ইনকাম কৰিবলৈ আৰু দালালসকল আহে মাফতে দুটকা জেপত ভৰাবলৈ। আটাইতকৈ লাভ হয় কোনো মুলধন নখটোৱা এই দালালসকলৰেই। দলৰ এই কেন্দ্ৰীয় কাৰ্যালয়ৰ চোতালতো তেনেদৰে বিক্ৰীদাৰ ক্ৰেতা আৰু দালালেৰে ঠাহ খাই পৰিছে বাবেই আঁতৰৰ পৰা দেখিলে বহুতৰে বঙালমৰা, ৰূপহী বা দক্ষিণ হেঙেৰা হাটলৈ মনত পৰাটো স্বাভাৱিক। এই কেইদিন এই কাৰ্যালয়ত বৰ একান্তমনে একাগ্ৰচিত্তে ৰাইজ গোট খাইছে। তেখেতসকলৰ মূৰত এটাই একমাত্ৰ চিন্তা যে কেনেকৈ গান্ধীবাদী নীতিৰে মন্ত্ৰী, এম এল এ হৈ দেশখন শাসন কৰি গান্ধীৰ ৰামৰাজ্যখন বৰ্তাই ৰাখিব পাৰি। বৰ্তমান ইয়াত গোটখোৱাসকলৰ অন্য চিন্তা নাই– যদি তেওঁলোকৰ সুন্দৰী পত্নীকো কোনোবাই অসৎ ব্যৱহাৰ কৰিব খুজিছে, বা সুন্দৰী পত্নীৰ প্ৰেম আৰু দেহ আধি লৈছে, তথাচ এই দেশসেৱকসকলৰ সেইবোৰলৈ চকু নাই মন নাই, কোনোবাই আটাহ পাৰিলেও 'পিছত' বুলিহে কৈছোঁ। এওঁলোক সোণৰ ফচলৰ উৎকৃষ্ট প্ৰথম শ্ৰেণীৰ বিজ্ঞানসম্মত খেতিয়ক বাবেই অহা পাঁচ বছৰৰ বাবে সোণৰ কঠীয়া সিঁচাৰ ব্যৱস্থাত তেওঁলোক মগ্ন। তেওঁলোক প্ৰত্যেককেই গান্ধীবাদী দেশসেৱা কৰিবলৈ লাগে ; দেশ সেৱা আৰু দেশপ্ৰেমেই যোৱা পাচ বছৰ তেওঁলোকৰ জীউ-মন হৈ আছে বাবেই তেওঁলোকৰ মূৰত অন্য চিন্তা নাই। হজম নোহোৱা খাদ্য শষ্য গোবৰত ওলাই আহি

তাতে আপোনা আপুনি গজাৰ দৰে এইসকলৰ উৰ্বৰ মগজুতো এম এল এ, মন্ত্ৰী বা কোনো চেয়াৰমেন ডিৰেক্টৰৰ কঠিয়াই লহ্‌পহ্‌কৈ গজালি মেলিছে। এনেকৈ এম এল এ মন্ত্ৰী হৈ দেশ সেৱা কৰিব খোজা দেশসেৱকৰ পৰা প্ৰতিটো সমষ্টিৰ একজন প্ৰাৰ্থীৰ বাবে প্ৰায় পাঁচশখন আবেদন পত্ৰ কেন্দ্ৰীয় কাৰ্যালয়ত জমা হৈছেহি।

হাতীৰ গোবৰৰ দ'মৰ দৰে কাৰ্যালয়ৰ মূল দুৱাৰ বন্ধ কোঠাটোৰ ভিতৰত পাঁচজন ব্যক্তি থম্ থম্‌কৈ বহি আছে। তেওঁলোকৰ এজনৰ মুখত ভোবোলা ছাগলীৰ দৰে দীঘল ডাঢ়ি, এজনৰ পাঁচ নম্বৰী ফুটবল যেন মলুৱা মুখত ভালুকৰ গালত থকাৰ দৰে ক'লা নোম, এজনৰ চকু দুটা চকু মুদি থকা শিয়ালৰ পিৰিকা পিৰিক কৰি থকা ইত্যাদি। এই পাচোঁজন দলৰ হাতীমুৰীয়াই মুখৰ আগত কেইখনমান তালিকা লৈ ডট্ পেনেৰে কিবা কটা-কটি, টিক্ মাৰি আছে। এবাৰ তেওঁলোক আটায়েই তলৰ পৰা ওপৰলৈ মূৰ দাঙিলে। কাৰ্যালয়ৰ চোতালত অগণন দেশসেৱকৰ মাত কথা চিঞৰৰ বাখৰবোৰ মলত্যাগ কৰিব নোৱাৰি আটাহ্ পৰা কেঁউবাৰ চিঞৰ যেন লাগিল।

'এতিয়া আটাইতকৈ ডাঙৰ কথাটো হ'ল যে আমি এতিয়া প্ৰাৰ্থীজনৰ কাৰণে নিজা নিজা সমষ্টিত প্ৰচাৰ কাৰ্য চলাম কেনেকৈ ?' পাঁচ নম্বৰী ফুটবল যেন মুখৰ দলপতিয়ে ক'লে। কৈ তেওঁ বানপানীয়ে থৈ যোৱা বাওধানৰ দৰে তালুখনত অ'ত ত'ত সিচৰতি হৈ পৰি থকা চুলিখিনি মোহাৰি ভেবোলা ছাগলীৰ ডাঢ়ীয়ালৈ চালে। ভেবোলা ডাঢ়ীয়াই মূৰ তুলি দলপতিলৈ চাই ক'লে,

'কেলেই কি হ'লনো ? প্ৰচাৰ কাৰ্য চলাবলৈ অসুবিধা হ'ব কেলেই ?'

'আছে অসুবিধা ! ৰ'বচোন বাৰু, সেই বিষয়ে পিছত আলোচনা কৰিম। তাৰ আগতে এটা কথা মনত পৰোতেই কৈ লওঁ— সেই যে মৃত মন্ত্ৰীৰ ভাৰ্যা ৰমলা গগৈক আমি টিকট দিয়াতো ঠিক কৰিলোঁ, তেওঁৰ প্ৰচাৰ কাৰ্য্য চলাবলৈ সকলো সুবিধা আছেনে বাৰু ?'' বিশ্ববিদ্যালয়ৰ অধ্যাপক বৰমূৰীয়াজনে সুধিলে।

'আছে আছে তেওঁ বৰ হিচাপী মানুহ। তেওঁ দুবছৰহে মন্ত্ৰী আছিল, কিন্তু গম পোৱা মতে তেওঁ সেই দুবছৰতে যথেষ্ট টকা জমা কৰিলে। আৰু তেতিয়াই বোলে তেওঁ ঘোষণা কৰিছিল হেনো যে অহা নিৰ্বাচনত তেওঁ নিজৰ বাবে পঞ্চাশ লাখ টকা খৰছ কৰিব। তাৰোপৰি তেওঁ মানুহজনী বিধবা গতিকে মানুহে সহানুভূতিৰে সহায় কৰিবলৈ আগবাঢ়ি আহিবই, চিন্তা নাই।' পকা খাকৰা বেঙেনাটোৰ দৰে চেহেৰাৰ জেলৰ ভিতৰৰ পৰাই পৰীক্ষা দি আৰু এ... প্ৰশ্ন কাকতৰ প্ৰশ্নোত্তৰ লোকে লেখি দিওঁতেও ৰাজনীতি বিজ্ঞান বিষয়ত স্নাতকোত্তৰ পৰীক্ষাত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান পোৱা ডেকা জনজাতীয় নেতাজনে তপৰাই ক'লে। দেখাত তেওঁৰ মূৰটো আৰু চকুহাল যথেষ্ট সৰু যদিও দলৰ ভিতৰত তেওঁ কিন্তু নিজ বাহুবলত, শিয়াল চতুৰালিৰে বৰমূৰীয়াৰ স্থান দখল কৰিলে। তেওঁ বল পালে চৰিয়ায়, চল পালে চুমা খায়।

'তেনেহ'লে আমি এতিয়া প্ৰচাৰ কৌশলৰ ওপৰত আলোচনা কৰিব লাগে।'

'ঘৰ তাৰ আগতে এটা কাম কৰক। বাহিৰত এই ফেউৰা আৰু ঢোঁৱা কাউৰীজাকে যেনেকৈহে চিঞৰ বাখৰ লগাই আছে, ভিতৰত বন্ধ কোঠাত আমি সুস্থিৰে কেনেকৈ গভীৰ চিন্তা কৰোঁ। ভেবোলা ডট্টৰাই ক'লে।'

'এটা কাম কৰিলে ভাল হ'ব। মাইক যোগে বাহিৰত এনাউন্স কৰাই দিয়ক যে সকলোবোৰ এতিয়া নিজ নিজ ঘৰলৈ যাওক। কাইলৈ বাতি বাৰ বজাৰ ভিতৰত প্ৰত্যেকেই নিজৰ নিজৰ ঘৰতে টিকট পাব আৰু পিছ দিনা অৰ্থাৎ মনোনয়ন দিয়াৰ শেষ তাৰিখত সকলোৱে একেলগে নিজ নিজ মনোনয়ন দাখিল কৰিব পাৰিব। লগতে কৈ দিব লাগিব যে প্ৰয়োজনীয় কাকত পত্ৰ, তথ্যাদি যাতে ৰেডি কৰি ৰাখে। এই ঘোষণা কৰিলে দুটা কাম হ'ব, যেনে ধৰক সকলোৱে টিকট পোৱাৰ আশাত ঘৰা-ঘৰি যাবগৈ আৰু নোপোৱাবোৰেও চিঞৰ বাখৰ বা বিদ্ৰোহ কৰিবলৈ বা বিসন্তুষ্টি গোটলৈ চুৰা পাতনিয়ে চুৰা পাতনিয়ে চেলেকি ফুৰা কুকুৰৰ দৰে যাবলৈ সময় নাপাব, কাৰণ পিছদিনাই মনোনয়ন দিয়াৰ লাষ্ট ডেট হ'ল।'

শিয়াল বুধিয়কে কোৱা কথাটোত আটাইকেইজনে শব্দ কৰি হাঁহিবলৈ ধৰিলে আৰু শিয়াল বুধিয়কৰ পিঠিত ঢকিয়াবলৈ ধৰিলে।

মুহূৰ্ততে কামটো কৰা হ'ল। মাইকযোগে ঘোষণাটো কৰি দিয়া হ'ল। লগে লগে তীব্ৰ হুলস্থুল এটা হৈ লাহে লাহে হুলস্থুলটো মাৰ যাবলৈ ধৰিলে, যেনেদৰে ভোজৰ খোলা পাত পেলোৱা ঠাই টুকুৰাত কাউৰীৰ চিঞৰ বাখৰ লাগে আৰু কুকুৰে খেদা ল'লেই আঁতৰলৈ উৰি গুচি যায়। তাৰ পাছত পৰিবেশটো নিজম পৰি গ'ল, অন্ততঃ গভীৰ কথা চিন্তা কৰিবলৈ কিছু অনুকুল বতাহ এজাক বলিল।

'আপুনি যে কৈছিল সমষ্টিবোৰত প্ৰাৰ্থীৰ বাবে নিৰ্বাচনী প্ৰচাৰ চলোৱাত এইবাৰ অসুবিধা হ'ব— কেনেকৈ ?' ভেবোলা ডট্টৰাই দলপতিৰ ফালে চাই সুধিলে।

ধৰা হওক এই মাহ মৰা সমষ্টিৰ কথাকে ধৰক— তাত আমি প্ৰাৰ্থী দিলো ৰাপেন বৰাক। কিন্তু যোৱা পাঁচ বছৰে ৰাপেন বৰাৰ ওপৰত কেইখনমান বাতৰি-কাকতে কমখন প্ৰচাৰ চলালেনে ?

'আপোনাৰ গাতেই ভুল।' পূৰ্বৰ দলপতিৰ কথাষাৰ শেষ হ'বলৈ নৌ পাওঁতেই শিয়াল বুধিয়ে মুখতে ধৰি ক'লে, 'আমি তেতিয়াই কৈছিলো যে, এই কাকত দুখনৰ সম্পাদক কেটাক মাৰি পেলালেই সকলো বিপদ শেষ হ'ব। লেংটিছিগা সমষ্টিৰ সাহসী মন্ত্ৰী জীৱন গগৈয়ে উগ্ৰপন্থীৰ গোট এটা বনাইছিল আৰু সেই গোটটোৱেই কাকত দুখনৰ সম্পাদক, শাখা সম্পাদক চাৰিটাক হত্যা কৰোৱা হ'লে কোনেও কাকো দুৰিবও নোৱাৰিলেহেঁতেন, সমস্যাও শেষ হ'লহেঁতেন আৰু তাকে দেখি কেন্‌মেন্ কৰি কৰি থকা বাকী সম্পাদক কেটাও শুই দিলেহেঁতেন। জনৰৱলৈ ভয় কৰি আপুনি কথাটোত হয়ভৰ নিদি নতুন কৌশল উলিয়ালে কি, কাকত কেখনলৈ চৰকাৰী বিজ্ঞাপন বন্ধ কৰিলে। কি লাভ হ'ল। বিজ্ঞাপন বন্ধ হ'ল কি হ'ল— প্ৰচাৰ

বাঢ়িল। এভিয়া এখনৰ একলাখ এখনৰ আশী হেজাৰ চাৰ্কুলেশ্যন হ'ল। সিইঁতক সেই সময়তে জীৱন গগৈ আৰু আপোনাৰ ভায়েকে প্লেন কৰা মতে মাৰি পেলোৱা হ'লে এভিয়া মানুহে এই নিৰ্বাচনৰ সময়লৈ কথাটো পাহৰি গ'লহেঁতেন, যেনেদৰে পাহৰিলে বিদেশী নাগৰিকৰ সমস্যাৰ কথা।'

শিয়াল বুধিয়ে ইমান পোনে পোনে ইমান টানকৈ দলপতিক এই প্ৰথম বাৰৰ কাৰণে ক'লে বাবে কোৱাৰ পাছত নিজৰ মনতে দুখ লাগি দুখটো নোহোৱা কৰিবৰ কাৰণে জোৰ দি কৃত্ৰিম হাঁহি এটাৰ সৃষ্টি কৰি কাহোতে পশ্চাতেদি বায়ুও সঞ্চাৰ কৰিলে। বায়ু যোৱাৰ শব্দত দলপতিকে ধৰি সকলোৱে ঢেক্‌ঢেক্‌কৈ হাঁহিবলৈ ধৰিলে, আৰু এই হুলস্থূলবোৰলৈকে শিয়াল বুধিয়ে কৌশলটোৰ আশ্ৰয় লৈছিল। এয়াই হ'ল তেওঁলোকৰ বসবৰ সংস্কৃত নমুনা। ঠিক...

ঠিক তেনেতে চকীদাৰে আহি ক'লেহি যে মন্ত্ৰী কুমুদ দত্তই ভিতৰত মুখ্যমন্ত্ৰীক লগ পাব খোজে। চকীদাৰৰ কথাত ভোৰোলা ডটীয়াই হাঁহিলে বোলে 'ই এতিয়াও আমাক মন্ত্ৰী বুলিয়েই ধৰি আছে। এইটো এটা শুভ লক্ষণ।

যা, অকল কুমুদ দত্তকহে আহিবলৈ ক'বি, লগত যাতে আৰু কোনো নোসোমায় কাৰণ আমি বৰ গোপন জৰুৰী কথা আলচ কৰিছোঁ।' দলপতিয়ে ক'লে।

ভয়ে ভয়ে সোমায় আহিল কুমুদ দত্ত। তাহানি গান্ধীবাদী বিপ্লৱ কৰোঁতে কুমুদ আৰু দলপতি একেলগে ঘূৰি ফুৰিছিল বাবে বহুতে তেওঁলোকৰ মাজত সম্পৰ্কৰ কথা ফুচ ফুচাইছিল আৰু হেনো সেইবাবেই মহা অপদাৰ্থ এই চৰিত্ৰহীন মানুহটোক মানুহৰ প্ৰবল অনিচ্ছা স্বত্বেও টিকট দি এম এল এ পাতিয়েই ক্ষান্ত নহ'ল, মন্ত্ৰীও পাতিলে আৰু আধবয়সীয়া বগী চেহেৰাৰ পৰস্ত্ৰী পৰ্যটক এগৰাকীক আবিষ্কাৰ কৰিবলৈ টনা আজোৰা কৰাৰ পাছতো একেই পদবীতে ৰাখি থ'লে। অৱশ্যে তাত বহি থকা আটাইকেইজনেই যে ভয়াতুৰ, তাৰ প্ৰমাণ তেওঁলোকৰ হাতৰ আঙুলিয়েই দি আছে, কাৰণ ভয়াতুৰ বা কাপুৰুষ কিম্বা দুৰ্নীতি পৰায়ন অথবা আত্ম বিশ্বাসহীন মানুহে পিন্ধাৰ দৰে তেওঁলোকৰ হাতৰ দহোটা আঙুলিত প্ৰায় বাৰটামান ভিন্ ভিন্ গ্ৰহ দেৱতাৰ সন্তুষ্টিৰ বাবে ভিন্ ভিন্ ধাতু আৰু পাথৰৰ আঙঠি।

'মোৰ নহয় মোক কোনটো সমষ্টিত টিকট দিছে ?' কুমুদে উৎকণ্ঠাৰে সুধিলে।

কেলেই, আপোনাৰ আগৰ সমষ্টিতে দিছো— ৰাধাপুৰ সমষ্টিত।

ভুল কৰিলে। মই আগতেই কৈছো নহয় !

'কি কৈছিল ? আৰু অসুবিধাটো কি ?' দলপতিয়ে সুধিলে।

আপুনি বুজাই নাই কথাটো। খাই দিলে নহয়। ধৰক আপোনাৰ কথাকে ক'লো। আপুনি মন্ত্ৰী হৈয়েই প্ৰথম বছৰতে আপোনাৰ সমষ্টি কুকুৰাইবৰৰ গাঁৱৰ পুৰণা জেটিত সাত লাখ টকীয়া দালান সাজিছে। আগৰ ঘৰটো আছিল খেৰৰ। কুকুৰাইবৰ সমষ্টিত আপোনাৰ ঘৰৰ পত্নী মুখঁলেকে বাট্টা পৰাৱ কৰিলে। তাৰ বাহিৰেও

গোটেই সমষ্টিত ইমানবোৰ মানুহ থাকোতেও আপোনাৰ অঙহী-বঙহী, বংশ পৰিয়ালৰ লোককেই বিভিন্ন ৰাজহুৱা পদবী দিলে ; আপোনাৰ ভায়েকৰ চাকৰি গুৱাহাটীত, কিন্তু যোৱা দুবছৰে ঘৰতে বহি দৰ্মহা খাই আছে, তিনিওটা ভায়েকৰ নিজা নিজা গাড়ী হ'ল, আপোনাৰ ভায়েকে কেবাখনো চৰকাৰী গাড়ী মদ খাই চলাই সকলোৱে ভঙা দেখিছেই, তাৰ বাহিৰেও চাৰিবাৰৰ মূৰত বি এ পাছ কৰি আপুনি কেতেকীপাৰা ভেনচাৰ হাইস্কুলখনত সহকাৰী শিক্ষকৰ পদৰ বাবে দৰ্খাস্ত দি ইণ্টাৰভিউ দিওতে বাইশজন প্ৰাৰ্থীৰ ভিতৰত আপোনাৰ স্থান বাইশ নম্বৰত হোৱাত মন্ত্ৰী হোৱাৰ পাছতেই সেই প্ৰধান শিক্ষকক চাকৰিৰ পৰা নিলম্বিত কৰা কাৰ্যৰ প্ৰতিও ৰাইজ জ্বলি আছে...

এ, ৰ'ৰচোন, আপুনি মোৰ কি দুৰ্নীতি স্বজন-তোষণৰ কথা ক'বলৈ আহিছে হে' বুলি খঙত দলপতি মাজু আই ওলোৱা মানুহৰ দৰে ৰঙা পৰি গ'ল। তেওঁ কুমুদ দত্তকৈ দুগুণ জোৰত চিঞৰি চিঞৰি ক'বলৈ ধৰিলে 'আপুনি যে মোৰ বিষয়ে কিছুমান মনেসজা, ভিত্তিহীন প্ৰতিক্ৰিয়াশীল কথা ক'বলৈ আহিছে আপুনি কিহে। আপুনি ছাত্ৰকালত কৰা কুকীৰ্ত্তিৰ কাৰণেই যোৱাবাৰ আপোনাৰ সমষ্টিৰ পৰা দলে দলে পুৰুষ মহিলা আহিছিল আপোনাক টিকট নিদিবৰ কাৰণে। তাৰ পাছত এম এল এ হৈ মন্ত্ৰীত্ব লোৱাৰ পাছত আপুনি কি কৰা নাই। সাধাৰণ পাণ দোকানী এটায়ো আপোনাৰ ওচৰলৈ গ'লে টকা দিলেহে দেখা কৰে। মাষ্টৰণী চাকৰি দিম বুলি কিমানজনী ছোৱালীক আপুনি হোটেলত ৰাখিলে, হোষ্টেলত ৰাখিলে, অভয়াৰণ্যৰ গেষ্ট হাউচত ৰাখলে, তাৰ বাহিৰে অভিভাৱকৰ পৰা টকাও ল'লে। মন্ত্ৰী হৈয়ো ডাক-বঙলা চাৰ্কিট হাউচত মাৰপিত কৰিলে। মদ খাই সেই বুঢ়ী মেমক গবা মাৰি ধৰিবলৈ গৈ বাগানৰ চকীদাৰৰ খেদাত গৈ চাহ বাগানৰ নৰ্দমাত পেট পেলাই সাৰিছিল নহ'লে নেপালী চকীদাৰৰ খুকুৰীৰ আগত মূৰ ছিগিলহেঁতেন। তাৰোপৰি যোৱা বছৰ বহাগৰ বিহুৰ দিনা সেয়া নিজান বাটত গাড়ী ৰখাই লগৰ বন্ধুৰ সৈতে আপুনি সেই ছোৱালী দুজনীক হাতত ধৰি গাড়ীলৈ টানোতে স্থানীয় ৰাইজে আগচি ধৰি আপোনালোকক গোটেই গোবৰেৰে লুটুৰি পুতুৰি কৰি মাৰত পিঠি চেপেটা কৰা নাইনে ? ছোৱালী কেজনীৰ হতুৱাই চেন্দেলেৰে কোবোৱা নাছিলনে ?

এ' ৰ'ৰচোন ৰ'ৰ— ইমান উত্তেজিত হৈছে কিয় ? এইটো সময়তনো চাৰিউফালে প্ৰতিক্ৰিয়াশীল শত্ৰুৱে পিনা পিন্ দি থাকোঁতে নিজৰ ভিতৰতে এনেকৈ অযথা কাৰণত কাজিয়া লাগিব লাগেনে। ভেবোলা ডটীয়াই হস্তক্ষেপ কৰিলে।

'নহয় মই তেখেতক এটা পৰামৰ্শহে দিব খুজিছিলোঁ, আক্ৰমণ কৰিব খোজা নাছিলোঁ তেখেতে কিন্তু নুবুজিলে।' কুমুদ দত্তই ক'লে।

কি পৰামৰ্শনো দিব খুজিছিল আপুনি ? শিয়াল বুধিয়ে সুধিলে।

'মই ক'ব খুজিছিলো যে আমাৰ নিজৰ নিজৰ সমষ্টিত প্ৰচাৰ কাৰ্য চলাবলৈ

এইবাৰ অসুবিধা হ'ব।' কুমুদ দত্তই ক'লে।

ও কওকচোন কওক, আমিও সেই সম্পৰ্কেহে আলোচনা কৰিব খুজিছিলোঁ। এতিয়া আপুনি কি পৰামৰ্শ দিব খুজিছে ?

নহয়, কাকত-পত্ৰত আমাৰ বহুতবোৰ বদনাম ওলাইছিল যদিও মানুহে পাহৰি গৈছে বা যাব। কাৰণ অসমীয়া মানুহৰ মেমৰি তেনেই কম। গতিকে কাগজত সিমান বদনাম ওলাওক কথা নাই। অন্য হাতেদি ইমান দিনে আলফাৰ নাম কৈয়ে কাম চলাই আছিলোঁ যদিও এইবাৰলৈ তাৰো ভিকাছুন ভাগিল কাৰণ আলফাই শেষবাৰৰ কাৰণে কাকতৰ যোগেদি সতৰ্ক কৰি দিছে— তেওঁলোকৰ নাম ল'লে গুলিয়াই মাৰিব হেনো। কিন্তু কথা হ'ল কি এতিয়া যি কাৰণতেই নহওক যোৱা পাঁচ বছৰে মই কৰা মোৰ কাম-কাজ, কথা-কাণ্ড মোৰ ৰাধাপুৰ সমষ্টিৰ মানুহে নিজ চকুৰে দেখি আছে। গতিকে মানুহটোও দেখি আছে কাম কাজো দেখি আছে, সেই ক্ষেত্ৰত প্ৰচাৰ কাৰ্য চলাবলৈ যাওঁতে পহু খেদা দিব। ঠিক তেনেকৈ কৃষ্ণাইৰ অঞ্চলত আমাৰ দলপতিয়ে কেনেকৈ প্ৰচাৰ কাৰ্য চলাব, কাৰণ সকলোৱে দৈহিকভাৱে তেখেতক চিনিও পায় কাম-কাজো দেখি আছে। গতিকে অচিনাকি ঠাইত হ'লে এই অসুবিধাটো দূৰ হ'ব। কাৰণ মানুহজনৰ চেহেৰা সেই অঞ্চলত তেনেই আচহুৱা, অচিনাকি।

'তেনেহ'লে আপুনিনো কি পৰামৰ্শ দিব খুজিছে ?' ভেৰোণা ভট্টয়াই সুধিলে।

'মই এটা বিজ্ঞানসম্মত প্ৰগতিশীল পৰামৰ্শ দিব খুজিছো। মই ক'ব খুজিছো যে সমষ্টিবোৰ সলাই দিয়ক। অদল-বদল কৰি দিয়ক। ধৰক মোক কৃষ্ণাইৰ সমষ্টিত দিয়ক এখেতক ৰাধাপুৰত দিয়ক। আপুনি গুৱাহাটীৰ পৰিবৰ্তে ধেমাজীত লওক আৰু এখেতক ধেমাজীৰ পৰিবৰ্তে গুৱাহাটীত দিয়ক !'

'কুমুদ দত্তই ক'বলৈহে পালে, সকলোৱে কিবা এটা বিচাৰি পোৱাৰ আনন্দত এনেদৰে হাত চাপৰি বজাই হাঁহিবলৈ ধৰিলে যে পাঠৰৰ আওঠিবোৰে ইটোৱে সিটোৱে খুন্দিয়া-খুন্দি কৰি টঙৰ টঙৰ শব্দৰ সৃষ্টিও কৰিলে।

বাস্তৱিকতে কুমুদ দত্তৰ পৰামৰ্শটো বিজ্ঞানসম্মত আৰু প্ৰগতিশীল। □

(১৯৯১)

# চাৰ্চিৰ বাঘ

আজিকালি আমি খোলাকৈ হাঁহিব নোৱাৰা হ'লো। হাঁহিবলৈ ইচ্ছা থাকিলেও হাঁহিব নোৱাৰা হ'লো। এনেকৈ দিনবোৰ গৈ থাকিলে শেষত গৈ এনে এটা দিন আহিবগৈ যে চাৰি আলি তিনি আলিৰ চুকে চুকে লাখুটি লোৱা গান্ধীৰ মূৰ্ত্তি থিয় কৈ ৰাখি গান্ধীবাদক জীয়াই ৰখাৰ দৰে হাঁহি থকা মানুহৰ প্ৰস্তুৰ মূৰ্ত্তি প্ৰতিষ্ঠা কৰি ৰাখিব লাগিব আৰু তলত মোজাইক কৰিব লাগিব মানুহৰ হাঁহি। স্কুল কলেজৰ বেৰে দুৱাৰে হাঁহি থকা মানুহৰ ছবি আঁকি দিব লাগিব। আমি কিন্তু হাঁহিব বিচাৰো।

পূজা আৰু বিহুত আমি গোট খাও। আগতে আমাৰ দলটোত কুৰিটামান আছিল। সেই কুৰিটাৰ বয়স তেতিয়া ত্ৰিশৰ ভিতৰত আছিল। সন্ধ্যা আটাইকেউতা এঠাইত গোট খাও। কোনোবা দুটামানে চাদা দুখোলা মান মাৰি এটিপা এটিপা খোৱা কেইটাক দিয়ে। চাদা নোখোৱা কেইটাক চুৰট এটা বা দুটা লৈ টুকুৰা টুকুৰ বা এহোপা দুহোপা ইটোৰ মুখৰ পৰা সিটোৰ মুখলৈ নিয়ে। তেনেতে হয়তো বৰ বুদ্ধিয়ান মানুহৰ দৰে চাদা এখোলা মাৰি কানুৰে ক'ব চাও বাৰু কাৰ খুপৰিত কিমান হালধীয়া মাল আছে। কোনো পাৰা কোৱাহঁক। এটা ঘৰত দহজনী বগী সুন্দৰী গাভৰু আছে। সেই সুন্দৰীৰ যেতিয়াই তেতিয়াই মন গ'লেই যি কোনো এজন প্ৰেমিক আহে আহি ঘৰৰ দুৱাৰ খোলে, খুলি এগৰাকী সুন্দৰীক উলিয়াই আনি চুমা খাবলৈ ধৰে। চুমা খাই থাকোতেই অৰ্থাৎ চুম্বনৰত অৱস্থাতে গাভৰুগৰাকী নিঃশেষ হৈ যায়। আকৌ প্ৰেমিকৰ যদি পুনৰ ইচ্ছা যায় আকৌ দুৱাৰ খুলি আৰু এগৰাকী গাভৰু উলিয়াই আনে আনি পূৰ্বৰ দৰে চুম্বন দি দি নিঃশেষ কৰি দিয়ে। সুন্দৰী কেইগৰাকী কোন বুলি কানুৰে হাতৰ তলুৱাৰ পৰা এটিপা এটিপা চাদা লৈ খোৱা কেইটাক আগবঢ়াই দিয়ে। কিছুপৰ সকলো নিৰৱ হয়। শেষ খোচাটো মাৰে মোক। কিহে সাহিত্যিক। মগজে থকা নাই। সেইটো মগজৰেই গল্প উপন্যাস লেখি নাম কৰি আছা।

এও নকল সাহিত্যিকহে। প্ৰকাশে এওক নকল সাহিত্যিক বুলি এনেয়ে

কোৱা নাই বুলি হবিয়া আগৰৱালাই কৈ মোলৈ চায়। মোৰ টিঙিচকৈ মূৰত ধৰে মাৰোৱাৰীয়ে মোক নকল সাহিত্যিক বুলি ক'ব। তোৰ বাপেৰৰ পৰা নকল কৰিছো মই। মোৰ মুখৰ বং কেৰেলুৱাটোৰ দৰে হৈ যোৱা দেখি বিপুলে টিকা টিপনি লগাব। কি তোমাৰ খং উঠিছে দেখোন নকল সাহিত্যিক নহয়নো কি ? প্ৰকাশে কি মিছা কথাটো ক'লে। তুমি নিজে ভাবি চিন্তি কিবা লিখা জানো ? চকুৰ আগত কাগজ এখন মেলি তাৰ পৰা পৰীক্ষা বহীত লিখা কথাটো নকল কৰা বুলি নকয় জানো ? তেনেহ'লে তুমি যিবোৰ গল্প লিখা কি লিখা ? চকুৰ আগত দেখি থকা মানুহবোৰৰ বিষয়ে নিলিখানে ? কোনোবাই যুগিনী পুহি দুটকা আৰ্জন কৰিছে মজল চাই, সেইটোও তোমাৰ গল্পত সাৰি নাযায়, কোনোবা সংস্কৃতৰ শাস্ত্ৰীয়ে তাওৰৰ ঘৰত শগুণ পৰাৰ কাৰণে বিধান দি হোম যজ্ঞ কৰিছে, সদৌ অসম সংস্কৃত সন্মিলন পাতি টকা তুলি হিচাপ নিদিব সেইটোও গল্পত লিখি দিয়া, কোনোবা মাৰ্কছবাদী কমিউনিষ্ট আজি আন্দোলন কৰি জয় আই অসম ধ্বনি দি সত্যাগ্ৰহ কৰিছে কাইলৈ পদ পৰিষদৰ সৌহাড়ত হৈ উপদেষ্টা হৈছে, দুৰলৈ হোৱা চাকৰিৰ ট্ৰেন্সফাৰটো বন্ধ কৰিছে পৰহিলৈ আকৌ আই কংগ্ৰেছী এম এল এৰ ওচৰলৈ গৈ বৈণীয়েকক চাকৰি দিয়াইছে। নিজৰ সন্তানৰ মুখ লাগে বুলি কপালত দুটাকৈ কলা ফোট দিছে তাতো তোমাৰ চকু পৰিছে, গল্পত লিখি দিছা। গতিকে তুমি নকল সাহিত্যিক নহয় কিহে ? সেইবোৰ মানুহে তেনেবোৰ কাম নকৰা হ'লে তুমি ক'ব পৰা গল্প লিখিলাহেঁতেন বুলি কৈ শেষ নকৰিলেই হাঁহিত কানুৰ কোৱাৰ্টাৰৰ সক কোঠাটোৰ ছালখন যেন উৰি যায়। ইটোৱে সিটোৰ গাত ঢকিয়াই ঢকিয়াই হাঁহিবলৈ ধৰে আৰু প্ৰত্যেকেই মোক টাৰগেট কৰে। তাৰ মাজতে কানুৱে চিঁঞৰিয়াহ হৈ ক'ব এতিয়া মই কোৱা দহলৰাকী প্ৰেমিকা কোন কোৱা ? কিছুপৰ সকলো মৌন।

ৰবা, লগতে আৰু এটা কথা তাৰা "খুলি হেডঅফিচৰ গাৰ্ডৰ্ভতেৰে যেকাৰ ইঞ্জিনীয়াৰ অজিতে ক'ব" এটা দুৰ্গত পঞ্চাশজন সৈনিক থাকে। সেনাপতি আছে। আহি ডেওঁৰ যেতিয়াই ইচ্ছা হয় দুৰ্গৰ দুৱাৰ খুলি এজন সৈনিক উলিয়াই আনি দুৰ্গৰ দুৱাৰত সৈনিকজনৰ মূৰ খুন্দিয়াই খুন্দিয়াই মাৰি পেলায়। এনেকৈ প্ৰতিবাৰেই সেনাপতিয়ে দুৰ্গটোৰ পৰা সৈনিক এজোটা উলিয়াই উলিয়াই বেৰত মূৰটো খুন্দিয়াই খুন্দিয়াই মাৰি পেলায়। সৈনিকবোৰৰ মৃত্যুৰ পাচত সেনাপতিয়ে সেইটো দুৰ্গ ত্যাগ কৰে। এতিয়া কোৱা দুৰ্গটো কি আৰু তাত থকা পঞ্চাশটা সৈনিক কোন বাৰু ? আৰু কিছুপৰ নিৰৱ হয়। ঠিক এনেকৈ এজোটা সন্ধ্যা শেষ হৈ গৈছিল। ৰাতি চাৰে আঠ বজাৰ মূৰত দুৰ্গ আৰু দহজনী প্ৰেমিকাৰ চিন্তা লৈ আমি ঘৰা ঘৰি যাওঁহক। ৰাতি সাৰ পালেও সেই দহজনী সুন্দৰী আৰু দুৰ্গই জগা দেওৱা কৰে।

লাহে লাহে সেই দিনবোৰ গহৰ পৰা পাতৰ দৰে যেন আমাৰ চকুৰ আগতে সৰি সৰি পৰি শুকাই যাবলৈ ধৰিলে। পাছত আমাৰ বন্ধ সংসাৰ হ'ল, চাকৰি বাকৰি

হ'ল নিহা দিহি হেৰাই গ'লো। তথাচ আমি পূজা আৰু বিহুত যি কেইটা পাৰো গোট খাও। পৰম্পৰাৰে পৰস্পৰক ঠাট্টা মস্কৰা কৰি হাঁহো। যি কেটা নাহে বা গোট নাখালে সিহঁত কেটাৰ ওপৰত লঘু মন্তব্য একোটা দিওঁহক যেনে প্ৰভাৱ কম পৰা আছিব। প্ৰভাৱ আহিলে আকৌ বৈণীয়েকো আছিব লাগিব নহয়। বিজয় প্ৰকাশ বেচেৰাৰ কথা নক'বা আৰু পৰিয়াল পৰিকল্পনা বিভাগৰ শিক্ষা সম্প্ৰসাৰণ বিষয়া। কিন্তু ল'ৰা এটাৰ বাবে ট্ৰাই কৰোতে কৰোতে চাৰিজনী ছোৱালী হ'ল। কেনেকৈ আছে বাৰু। এনে ধৰণৰ ৰসাল কথাৰে আমি গোট খোৱাকেইটাৰ জমি থাকে। তাৰ মাজতে বিনীতে চিঞৰি চিঞৰি ক'ব সেই তাহানিৰ কানুৰ সুন্দৰী কেজনীৰ কথা যে সেইযে দহজনী সুন্দৰীক চুমা খাই খাই নিঃশেষ কৰি দিয়ে, আজি যি ক'ব পাৰিব চাহ খুৱাব লাগিব বুলি কৈ শেষ নকৰিলেই জগদীশে চিধাই কৈয়েই দিলে নহয় যোলে নাম্বাৰ টেন চিগাৰেট। বচ হোটেললৈ দৌৰ। আচলতে বেচেৰাই শুনিলে যে যি ক'ব পাৰিব চাহ খুৱাব লাগিব। কি শুনিলে যি ক'ব নোৱাৰিব চাহ খুৱাব লাগিব। সাধাৰণতে সিটো হয়। সেইটো হাঁহিৰ ৰোল শেষ নৌহওঁতেই পৰেশে ক'লে সেই যে অজিতৰ দুৰ্গত থকা পঞ্চাশটা সৈন্যৰ গল্পটো আজি যি ক'ব নোৱাৰিব কালাকাণ খুৱাব লাগিব। লগে লগে সকলোৱে এক মুখে চিঞৰিলে জুই শলা জুই শলা বাঁহ আৰু কাঠি। বেঙা অমিয় তেতিয়াও নিৰৱ। অমিয়ই আগৰটোৰ দৰে যি ক'ব পাৰিব সিহে কালকাণ খুৱাব লাগিব বুলি শুনিলে বাবে বুদ্ধিমানৰ দৰে নিৰৱে আছিল। লগে লগে নিজামুদ্দিনে ক'লে ব'লা অমিয় কালাকাণ খুৱাবা। তেতিয়াহে অমিয়ই কিথাৰ পাক ধৰিব পাৰিলে।

আজি কালি সেই হাঁহি সেই প্ৰাণ খীনাই আছিল কোনো ভিকহ প্ৰসূতী ৰোগীৰ দৰে। তথাচ আমি কেইটামান গোট খাও। সেইকেইদিন আমি গোট খাওতে কোনো চিৰিয়াচ আলোচনা নকৰো। সকলো পাহৰি আমি বছৰটোৰ ভিতৰত কেইদিনমান হাঁহিবলৈ চেষ্টা কৰো। নহ'লে আমাক অকাল বৃদ্ধত্বই চেলেকিবলৈ ধৰিছে। এইমাত্ৰ জগা গৰুপোৱালিটোক মাকে চেলেকাদি। ছবছৰৰ আগতে ৰিটায়াৰ হোৱা এতিয়াও আমাতকৈয়ো সৰু যেন লগা হেডছাৰক সোধো ছাৰ আপোনাক দেখিলে গভৰ্ণমেণ্টে ৰিটায়াৰমেণ্টৰ এজটো ফৰ্টিফাইভলৈ কমাই দিছে বুলিহে ক'ব বুলি প্ৰণতিয়ে কৈছে। ছাৰ কিটিপটো কি ? ওঠ দুখন কায়দা কৰি টিপা এটাৰে হাঁহি এটা চেপা মাৰি ধৰি কয়— কিটিপ একো নাইহে, দিনটোৰ কেইঘণ্টামান মই টেনছনাঞ্জী হৈ থাকিবলৈ চেষ্টা কৰো। সেইটোৱেই কিটিপ। আচল বয়সতকৈ দহ বছৰ আগবাঢ়ি থাকিবলৈ মন কৰা কেতিয়াবাই ৰিটায়াৰ হোৱা অথচ বয়সতকৈ দহ বছৰ পিছ পৰি থকা চেহেৰাৰ কালীনাথ দাদা ক'ৰবাত থাকিলে একৰ্কাৰ্লং আতৰৰ পৰা ভেখেজ হাঁহিৰ শব্দ শুনা যায়। অম্বিকা দাদাৰ হাঁহি শুনিলেই বুজা যায় যে তাত জমিছে। প্ৰায় আশীৰ ওচৰ চপা কুৰি বছৰৰ আগতে ৰিটায়াৰ হোৱা বেনীদা দিনটোত দুবাৰ যখন

পথা ফুৰিবলৈ ওলাবই। লাগে গাজনিয়েই মাৰক বা প্ৰলয়েই হওক ওলাবই। গতিকে সেই সকলক বয়সে কেনেকৈ বশ কৰিব। বয়সে আঁসে নাপায় তেনে কিছুমান জীৱন্ত উদাহৰণ দেখি আমিও অন্ততঃ বছেৰেকত দুবাৰ মান হাঁহিবলৈ গোট খাও।

এইবাৰো তেনেকৈ গোট খাইছিলো যদিও বলিৰ শালত মূৰ সোমাবলগীয়া হ'ল মই। কথাটো মই যিমানেই গোপন কৰিবলৈ চেষ্টা কৰিলো সিমানেই কথাটো জনাজনি হ'ল যেন প্ৰাইমেৰী স্কুলৰ মাষ্টৰৰ চাকৰি দিবৰ কাৰণেহে জিলা বিষয়া হুছেইনৰ টকা খোৱা কথাটোহে কোনেও বাষ্ট্ৰ নকৰাকৈয়ে চৰেই জানে, বা দিছেও লৈছেও বা হুছেইনে নজনাকৈ মনোৱাৰ হুছেইন নামৰ ঠাইত হুৰেই জানোৱাৰ হুছেইন বুলি মতাৰ দৰে সকলোৱেই আথে বেথে মোক হোটেললৈ লৈ গ'ল আৰু চাহ মিঠাইৰ অৰ্ডাৰ দিলে। এই অহেতুক আদৰ সাদৰৰ কাৰণনো কি হ'ব পাৰে বুলি মনতে গুনি থাকোতেই এজনে চিঞৰি ক'লে যে গায়ে প্ৰতি পোন্ধৰ টকাৰ খাব লাগিব। আৰু সকলো খৰচ দিব এওঁ বুলি মোলৈ আটায়ে আঙুলিয়াই দিলে। তেতিয়াহে মোৰ তালুৰশৰে জীৱ যোৱাৰ সময়। তেতিয়া মই মুখেৰে চাওঁ চাওঁ কৰি হাতৰ আঙুলিৰে জেপত কিমান টকা আছে পিটিকি চাই অনুমান কৰি ক'লোঁ, "আচলতে তোমালোকে মোক পুতৌহে কৰিব লাগিছিল। মোৰ ঘৰ নাই মাটি নাই, ডিপাৰ্টমেণ্টেল লন এটা লৈ ভৰিভগা লেঙেৰী যৈণীজনীৰ চলা কিবা কৰিবলৈ লোকে পেলাই দিয়া গাড়ী এখন লৈছো, তোমালোকে তাৰ বাবে দুখহে প্ৰকাশ কৰিব লাগিছিল। দেহি বেচেৰাটো বুলি দুই চাৰি পইচাৰ সহায়হে কৰিব লাগিছিল, নতুবা অঘৰীয়ে গাড়ী কিনিছে বুলি নিন্দাহে কৰিব লাগিছিল। নাই ক'লোহে ক'লো কোনেও কাণ নিদিলে। মুঠতে চিঞৰ বাখৰত, হাঁহি তামাচাত হোটেলৰ সকলোৰে চকুবোৰ পুতলাৰ চকুৰ দৰে আমাৰ জোৰা লগাই তাণ্ডৰ কৰা টেবুলখনৰ ওপৰত থৰ হ'ল। মাত্ৰ ছটাৰ মাজতে ভাবিছো বুলি মুখেৰে মোৰ অনিচ্ছা দেখুৱাই চকুৰে যিমান পাৰি সিমান সোনকালে চাৰ্জ কৰিবলৈ মেনেজাৰক ইংগিত দিলো। বেলি হ'লে সদস্যৰ সংখ্যা বৃদ্ধি হ'ব, কি ঠিক আছে কোনোবাই যদি পূজা মুখীয়া কথা বুলি সপৰিয়ালে ফুৰিবলৈ আহি আমাৰ মাজত ওলায়হি। কিছুপৰ গাড়ীৰ কথাৰে ঠাট্টা মস্কৰা চলিল। কিছুসময়ৰ বাবে আমাৰ কাৰোৰে মূৰতেই টেনছন নাই। ঠিক তেনেকুৱাতে আহিব ফালে চাই সত্য প্ৰকাশে সাংঘাটিক ঘটনাত পৰাৰ দৰে চিঞৰি ক'লে, "সৰ্বনাশ হ'ল, চাঁহ মিঠাই চৰবোৰ এতিয়া তিতা হৈ যাব হাতীবৰুৱা আহিল নহয় সেয়া।" সত্য প্ৰকাশৰ ফুচকুচীয়া আটাহ শুনি সেই ফালে চাই আমাৰ এনে এটা অৱস্থা হ'ল যেন শিক্ষক নোহোৱা শ্ৰেণীত চিঞৰ বাখৰ কৰি থাকোতেই কড়া হেড মাষ্টৰজন হাতত বেত এডাল লৈহে সোমাইছে। ৰতন কমলে চাইকেলখন আওঁজাই থ'বলৈ সুচল ঠাই বিচাৰি ফুৰিছে।ৰতন কমল ল'ৰাটো বৰ চিৰিয়াছ। প্ৰতিটো কথাতে সি চিৰিয়াছ আৰু কোনেও আজিলৈকে তাৰ মুখত হাঁহি এটা জ্ঞানতে দেখিছো বুলি কবই

কৰিব নোৱাৰে। লঘু মুহূৰ্ত বা লঘু কথা বুলি ৰতন কমলৰ মগজুত কোনো কথা নাই। সেয়েহে তাক সকলোৱে হাতীবৰুৱা বুলি কয়। যি অলপ থ'ৰ কৰে তেওঁ বৰুৱা যি তাতোতকৈ বেছি থৰ কৰে তেওঁ বৰবৰুৱা আৰু যি তাতোতকৈয়ো বেছি তেওঁ হাতীবৰুৱা এয়া আমাৰ শ্ৰেণী বিভাজন। ৰতন কমলৰ গাত কোনো দোষ নাছিল, স্বভাৱ, চৰিত্ৰ আদি সকলো ভাল তথাপি তাৰ এই অনবৰতে মুৰত থকা টিৰিয়াছনেচটোৰ বাবে আমি সকলো সময়তে তাক বাধ্য নকৰো। এতিয়াৰ এই মুহূৰ্তভটো কোনেও তাক কামনা কৰা নাছিল। সি দুৰ্নীতি সহ্য কৰিব নোৱাৰে— সেয়েহে অনবৰতে মুখত দুৰ্নীতিৰ কথাহে। তোমালোক আটাইবোৰ ইয়াতে আছা, মই ভাবিছিলোৱেই বুলি সি চকী এখন চোচোৰাই আনি আমাৰ ওচৰতে বহিল। তাৰ উপস্থিতিত আমি কোনেও দেখ দেখকৈ কোনো প্ৰতিক্ৰিয়া প্ৰকাশ কৰা নাই যদিও তাক যে আমি কোনেও এযাৰ মাত দিয়া নাই বুদ্ধিমান মানুহৰ কাৰণে ইয়েতকৈ ডাঙৰ ফলপ্ৰসু প্ৰতিক্ৰিয়াৰ কোনো নামান্তৰ নাই।

আচলতে এটা কথা নহয়। কালিবেপৰা মই এটা কথা ভাবি আছো। এটা মানুহে আজীৱন নিৰ্বাচন খেলি খেলি হাৰি হাৰি শেষত ভাবি চিন্তি চাই ক্ষমতা পাবৰ কাৰণে আন্দোলন এটাৰ পৰিকল্পনা কৰিলে। পঢ়া শুনাত তৃতীয় শ্ৰেণীৰ ছাত্ৰ নেতা কেইটামান আছিল, সিহঁতৰ যেনে তেনে মন্ত্ৰী একোটা হোৱাৰ ধান্দা আছিল সেই নেতাই সিহঁতক হাত কৰিলে। কৰি দেশত আপীলাৰ বিদেশী সোমাই আছে বুলি টিপাই সেই বিদেশীবোৰক অৰ্থাৎ সংজ্ঞা নজনাৰ দোষত বহিৰাগতবোৰক দেশৰ পৰা খেদাবলৈ আন্দোলন চলাই দিলে। লেখা মেলেখা হৰেকৰকমীয়া জোৰদাৰ আন্দোলন। কোন মৰিছে কোন হাৰিছে সেইবোৰৰ কথা নাই মাত্ৰ নেতা কেইজনৰ চুলি এডালো লৰবাকে থাকিলেই হ'ল। আমি মানি ল'লো সিদ্ধি খাদি চোৰ সোমাই যতু নিয়াৰ দৰে মাজৰাতি অৱশেষত নেতা সকলে গোপনে চুক্তি এখন কৰি আন্দোলনৰ কৈল্যান খৰমানৰ গীত গালে। তাৰ পাছত তেওঁলোকেই দেশখন সোণৰ কৰো বুলি ক'লে আমি মানি ল'লো। ভোট দিবলৈ ক'লে আমি গায়ে প্ৰতি ছয়সাতটাকৈ ভোট দি জিকাই দিলো। তাৰ পাছত তেওঁলোকে নিজৰ পায়খানালৈকে সোণৰ কৰি ল'লে তাকো আমি মানি ল'লো। পিছৰ বাৰ ভোটত হাৰিলে তাকো মানিলো। নতুন ৰজাজনে দহলাখ চাকৰি দিম বুলি ক'লে তাকো মানি ল'লো। প্ৰাথমিক স্কুলৰ চাকৰি এটাৰ বাবে বিশ ত্ৰিশ হেজাৰকৈ টকা লৈছে তাকো মানি লৈছো। এইজন ৰজাই প্ৰথমে দেশৰ এটাও বিদেশী নাই বুলি ক'লে তাকো মানিলো, আকৌ ত্ৰিশলাখ বিদেশী দুবছৰত সোমাল বুলি ক'লে, তাকো মানি ল'লো। আজৰলাই স্বাধীন অসম কৰো বুলি মানুহ দুনুহ মাৰিলে তাকো মানিলো। তাৰে এসোপাই ৰজাইহে কিবা কৰি দিব বুলি ৰজাৰ ওচৰ চাপিল, তাকো মানি ল'লো। আৰু এসোপাই এই ৰজাই একো কৰিব নোৱাৰে বুলি বিদেশত পা পৰিবলৈ, ধন টকা পইচা লৈ আহেঁগে তাকো

আমি মানি ল'লো ; তেনেহ'লে আচলতে আমি কি ? আমিবোৰ কি মানুহ" বুলি ৰতন কমলে কৈ আমাৰ চকুলৈ চকু পেলাওঁতেই চোকা এলচেচিয়ান কুকুৰৰ দৰে ৰজত জাঙুৰ খাই উঠিল, "আচ্ছা ৰতন, বেয়া নাপাবা কথা এটা কওঁ। বহুত দিনৰ মূৰত আমি গোট খালো, অকণমান সকলো টেনচন পাহৰি সময় অকন উপভোগ কৰিব খুজিছো, তুমি তাৰ মাজত এনেবোৰ কথা উলিয়াই পণ্ড কৰি নেপেলাবা। ময়ো ইচ্ছাৰ বিৰোদ্ধে গৈ ডিইঅ'ক টকা কুৰি হেজাৰ দি বাৰ বছৰে নিযনুত্ত হৈ থকা ভাইটোক এম-ই স্কুলত চাকৰি এটা দিয়ালো ; এওঁ যীযেনেও নিজন বিচৰা টাইত ট্ৰেন্সফাৰটো ল'বলৈ দহ হেজাৰ ভৰিছে ; এওঁ অকণে নেঙেৰী মানুহজনীৰ ওচৰৰ স্কুলখনলৈ ট্ৰেন্সফাৰ কৰাৰ লোৱাৰি ধাৰ কৰি গাড়ী এখনকে কিনিলে ; এনেকৈ ইয়াত বহি থকা সকলোবেই দুনীতিৰ গ্ৰাসত পৰিছে। এই সকলোবোৰ খণ্ডেকৰ বাবে পাহৰি এওঁ গাড়ী কিনাৰ বাবে ইয়াৰ চাহ মিঠাই খাই অকনমান জমিব খুজিছো তাত তুমি সেইবোৰ কথা নুলিয়াবা। চুপ চাপ বহা আৰু চাহ মিঠাই খাই গুচি যোৱা। ৰজতৰ কথাৰ সুৰটো প্ৰয়োজনতকৈ অধিক কঠোৰ হোৱাত আমি মনে মনে উচু পিচাবলৈ ধৰিলো। ৰতন কমলে কিছুপৰ মোলে থৰ হৈ চাই হাঁহি এটা মাৰি ক'বলৈ ধৰিলে, "তেনেহ'লে চাৰ্কাছৰ কথাকে পাতো। জীৱনত প্ৰথমবাৰৰ বাবে অলপতে এখন চাৰ্কাছ চালো" বুলি কৈ শেষ নকৰিলেই কানুৰে চিঞৰি দিলে, "তুমি আচলতে পষ্টাৰৰ ছোৱালীবোৰৰ ছবি দেখিছে সোমালা দেই, মিছা নক'বা হয়নে নহয় কোৱা। বাক ধৰি ল'লো সেইবাবেই সোমালো।" ৰতনে ক'লে। কি দেখিলো জানা ? খাটী ছাগলী এটাক ডিঙিত ৰছি লগাই লৈ আহিছে। সি মোটা ৰছি এডালৰ ওপৰেদি খোজ কাঢ়িছে। ক'ৰবাত বৰ খুজিলেই হাতত এচাৰি এডাল লৈ থকা মানুহটোৱে হাতটো দাঙিলেই সি আকৌ খোজ কাঢ়িবলৈ ধৰে। তাৰ পাছত তাৰ পৰা নামি ছাগলীটোৱে দৰ্শকক কালে চাই মানুহে গোসানী সেৱা কৰাৰ দৰে সেৱা কৰিলে। অলপ পাছত বান্দৰ এটা আহি তাৰ পিঠিত যোঁৰাত উঠাদি উঠিল আৰু জমিদাৰৰ ভঙ্গীত যাবলৈ ধৰিলে। সেইটো খেল চলি থাকোতেই মানুহ এটাই গড়ালটোৰ পৰা বাঘ এটা উলিয়াই আনিলে। বাঘটোৰ কন্ধালত শিকলি লগোৱা আছে, ডিঙিত মোটা পত্তা, আগ ঠেংটোত সক সক দুডাল শিকলি লগাই গড়ালটোৰ লগত বান্ধি থোৱা আছে। বাঘটো গুজাল আৰু হাঁও হাঁওকৈ গৰ্জন কৰিবলৈ ধৰিলে। আগত হাতত শকত লাঠি এডাল লৈ মানুহ এটা খাবা হৈ আছে। বাঘৰ গৰ্জনত কান ফাটো ফাটো হ'ল দৰ্শকে প্ৰমাদ গনিলে আৰু ল'ৰা ছোৱালীবোৰে চিঞৰিবলৈ ধৰিলে। তেনেতে হাতত টাঙোন লৈ থকা মানুহটোৱে টাঙোন ডালেৰে মাটিত মাৰ এটা মাৰিলে। লগে লগে বাঘটোৱে মূৰটো দোবাই দিলে। টাঙোনডাল দাঙিলত বাঘটোৱে এইবাৰ ছাগলীটোৰ দৰে দৰ্শকৰ কালে চাই সেৱা জনালে। আকৌ টাঙোনডাল দাঙিলত বাঘটোৱে চুচৰি যোৱাদি লৈ বান্দৰ উঠি থকা ছাগলীটোৰ ওচৰত আঠু ল'লেগৈ। কি সাংঘাতিক খেল,

বাঘ দেখি ছাগলীটোৱে হাৰ্টফেইল কৰিবহে লাগিছিল কিন্তু সি দেখোন আগ ঠেংটো বাঘটোৰ দোঁবাই থকা মূৰটোৰ ওপৰত দাঙি পুৰোহিতে সেৱকীক আৰ্শীবাদ দিয়াদি বল। তাতোতকৈ আচৰিত কথা মানুহটোৱে এইবাৰ টাঙোনডাল দাঙিলত ছাগলীৰ পিঠিৰ পৰা বান্দৰটো নামি বাঘটোৰ পিঠিত উঠিলগৈ। দৰ্শকে হাত চাপৰি বজাবলৈ ধৰিলে আৰু মানুহটোৱে লাঠিডাল আকৌ এবাৰ দাঙিলত বাঘটোৱে বান্দৰটোক পিঠিত লৈ এপাক ঘূৰিল। তাৰ পাছত বান্দৰটো নামিল আৰু বাঘটোৱে পুনৰ গোজৰণি কেইটামান মাৰি গড়ালটোত সোমালগৈ।

বৰ সাংঘাতিক খেল দেখিলাহে বুলি আমি আটায়ে চিঞৰ বাখৰ লগালো। ৰবা কথা শেষ হোৱা নাই। এই অৰুণে মুখেৰে নক'লেও পেটে পেটে চৰকাৰী চাকৰি কৰিও চৰকাৰৰ দুৰ্নীতিৰ ওপৰত অনাচাৰৰ ওপৰত মুকলিকৈ গল্প উপন্যাস নাটক লিখিছো বুলি অহঙ্কাৰ কৰি থাকে নিজকে বৰ সাহসী লিখক বুলি ভাবি থাকা তুমি। কিন্তু আমি সাধাৰণ ভোটাৰবোৰ হলো সেই ছাগলীটো ভয়তে হ'লেও বাঘে আমাৰ ওচৰত আঠু লয়। তুমি অৰুনে ইমান চোকা গল্প উপন্যাস লিখিও ঘৈণীয়েকৰ ট্ৰেন্সফাৰটো কৰাব নোৱাৰিলা; অন্য কামটো হোৱাই নাই কৰিব পৰাই নাই সামান্য ট্ৰেন্সফাৰটোকে নহ'ল। গতিকে তুমি হ'লা সেই চাৰ্কাছৰ ছাগলীক সেৱা কৰা, পিঠিত বান্দৰ লৈ ফুৰা চাৰ্কাছৰ বাঘটো। গতিকে মিছাকৈ গুজৰি নুফুৰিবা" বুলি ৰত্তন কমল বহাৰ পৰা উঠিল আৰু চিধাই নিজৰ ছাইকেলখন লৈ আতৰি গ'ল। অইনকেইটাৰ কি অৱস্থা হ'ল মই নেদেখিলো কাৰণ মোৰ নিজকে এনে লাগিল যেন ফাঁচীৰ কাঠত উঠাই মোৰ মূৰ মুখ ঢাকি কলা কাপোৰ এখন দি দিছে। অৰ্থাৎ মই কিছুপৰ একোকে নেদেখা হ'লো। ☐

(১৯৯২)

# গল্প নিলিখাৰ কাৰণ

সম্পাদক ডাঙৰীয়া,

আপোনাৰ চিঠি পালো। আপুনি পূজা সংখ্যাৰ বাবে মোৰ পৰা এটা গল্প বিচাৰিছিল। ময়ো দিম বুলি ভাবিছিলো। দীপক দত্ত নামৰ এজন বৰ্তমান দেশপ্ৰেমিকৰ বিষয়ে গল্প এটা লিখিম বুলি মনতে জুকিয়াই তথ্য পাতিও গোটাইছিলো। দিবলৈ পোৱা হ'লে ভালেই পালোহেঁতেন। আপোনাৰ সম্পাদনাত বৰ্তমান কাকতখনৰ সাহিত্য আলোচনীৰ দিশটোৰ মানদণ্ডৰ উন্নতি ঘটিছে যদিও একেজন লেখকৰে কেৱল আৱেগৰ ওপৰত ভিত্তি কৰি লেখা সঘনাই পাই থাকিলে আমনি লাগে। কথাটো মনত ৰাখিব আৰু কাকতখনৰ প্ৰতি মোৰ আগ্ৰহ আছে বাবেহে কথাষাৰ ক'লো। বৰ আচল কথা ক'বলৈ নাই ; ক'ব খুজিছিলো গল্পৰ কথাহে। পেটৰ দায়ত চাকৰি কৰিবই লাগিব, চাকৰিত ব্যস্ত থাকিবই লাগিব তাৰ মাজতে টৌতে খৰ মাৰিহে আমাৰ সাহিত্য চৰ্চা। গল্পটো লেখিম বুলি ভাবি থাকোতেই আজি আজৰি অকন উলিয়াই বহিম বুলি থাকোতেই কেইখনমান ডাকত অহা চিঠি পালো। অকনো সম্পাদনা নকৰাকৈ চিঠি কেখন আপোনালৈ পঠাই দিলো। তাৰ পৰাই বুজিব মই কিয় গল্পটো লেখিব নোৱাৰিলো। শ্ৰদ্ধা ল'ব। আপোনাৰ

১নং চিঠি

প্ৰিয় গল্পকাৰ ডাঙৰীয়া

জয় জয়তেই নমস্কাৰ গ্ৰহণ কৰিব বিশেষ এটা গুৰুত্বৰ কথাতে চিঠিখন লিখিবলগা হ'ল। কথা হ'ল যোৱা ১৮/৯/৮৯ তাৰিখ সোমবাৰে ৰাতি আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ যোগেদি আপোনাৰ স্বৰচিত এখন নাটক মাছ মৰীয়া হোৱালীৰ লাজ মঞ্চস্থ কৰি সমগ্ৰ ভাৰতীয়কে শুনোৱা হৈছিল। নাট্যৰচক কিম্বা গল্প লেখক হিচাপে আপোনালৈ আমাৰ আন্তৰিক সেৱা আৰু আশীৰ্বাদ সদায় থাকিল। পিছে নাটকখনৰ দুটিমান কথাত আমাৰ দৰে সাধাৰণ শ্ৰোতাৰ মন ক্ষুন্ন হৈছে। নাটকৰ নাম আৰু

নায়িকাৰ চাৰিত্ৰিক দিশটোৰ বৰ্ণনা, সংলাপ আৰু জাতিগত ব্যাখ্যাটোত আমি প্ৰতিবাদ জনাইছো। কথা হ'ল "চৰ চৰায়ে মাছ খায় কেৱল মাছৰোকাৰহে নাম ওলায়" ঠিক সেইদৰে যেন অসমত কেৱল কৈৱৰ্ত্ত সম্প্ৰদায়ৰ লোকেহে মাছ ধৰে, বেচে আৰু খাই ; যেন অসমৰ জনসংখ্যা বৃদ্ধিটো কেৱল কৈৱৰ্ত্ত সম্প্ৰদায়ৰ লোকৰ পৰাহে হৈছে ; গেলা গন্ধ গেলা পচা আবৰ্জ্জনা কেৱল কৈৱৰ্ত্ত গাৱঁতহে পোৱা যায়, পৃথিৱীৰ মনুষ্য জাতিৰ ভিতৰত কেৱল যেন কৈৱৰ্ত্ত লোকসকলেই নৈতিক চৰিত্ৰহীন, অসৎ স্বভাৱৰ, মিছা বেশ্যা ঠগ প্ৰৱঞ্চক, চোৰ ডকাইত আদি এশ এবুৰি বেয়া গুণেৰে কুখ্যাত ইত্যাদিবোৰ আপোনাৰ নাট আৰু গল্পত ফুটি উঠিছে।

আপোনালোক উচ্চ হিন্দুবৰ্ণ। আমাৰ দৰে পিচপৰা, ভূমিহীন, নিষ্পেষিত, বালপ্ৰপীড়িত এক অনুন্নত জাতিৰ ভিতৰ চ'ৰা আপুনি জানো জানে ? আৰ্থিকভাৱে দুৰ্বল এই জাতিটোক চৰকাৰে কেনেদৰে আৰু কোনে কোনে প্ৰক্ৰিয়াৰে ঠগ প্ৰৱঞ্চনাৰে শোষণ কৰি আছে আৰু আভুৱা ভাৰি আছে আপুনি নিশ্চয় জ্ঞাত নহয়। সেয়েহে বাস্তৱজগতখনৰ লগত মিল খুৱাই ভৱিষ্যতৰ লিখনিবোৰ পাম বুলি আশা কৰি আমাৰ মনত উদয় হোৱা তপ্ত বেদনাবোৰ ব্যক্ত কৰি লিখনিৰ সামৰণী মাৰিলো।

শেষত আপোনাৰ দীৰ্ঘায়ু কামনাৰে। ইতি

আপোনাৰ শ্ৰীপ্ৰতুল চন্দ্ৰ দাস, সভাপতি
মেলা নগৰ গাওঁ, চৰাইবাৰী।

২নং চিঠি

শ্ৰদ্ধেয় গোস্বামীদেউ,

অপৰিচিতাৰ হিয়া ভৰা চেনেহ আৰু অন্তৰ ভৰা আশীৰ্বাদ গ্ৰহণ কৰিব। আপুনি মোতকৈ বয়সত সৰু বুলি নিশ্চিত হৈয়েই আশীৰ্বাদ দিয়াৰ অধিকাৰ কৰি ল'লো। যোৱা ১৮/৯/৮৯ তাৰিখে আপোনাৰ মাছ মৰীয়া ছোৱালীৰ লাজ বাস্তৱবাদী নাটকখন শুনি এই চিঠিখন লিখিবলৈ বাধ্য হ'লো। সুবিধা পোৱা হ'লে আপোনাক মূৰত ধৰি আশীৰ্বাদ কৰিলোহেঁতেন। এই গল্পটো মই তাহানি ১৯৭৪ চনতে 'প্ৰকাশ' আলোচনীখনত পঢ়িছিলো। গল্পটো পঢ়োতে পঢ়োতে মোৰ মুখস্থ হৈ গৈছিল আৰু সিদিনা নাটকখন শুনাৰ পাছত মই আনন্দত কান্দি পেলাইছো। বুজিছে গোস্বামীদেউ আপুনি কোনোবা এটা গল্পত কোৱাৰ দৰেই মাছমৰীয়া সম্প্ৰদায়ৰ পৰা বহুতে এম.এ.বি.এ পাছ কৰিছে, ডাক্তৰ ইঞ্জিনীয়াৰ হৈছে আৰু লগে লগেই উচ্চ বৰ্ণৰ জাতত উঠি নিজৰ মানুহখিনিক পাহৰি পেলায়। আমাৰ সম্প্ৰদায়ৰ লোক আছে, গায়ক আছে কিন্তু নিজৰ মানুহখিনিৰ কথা নেলেখেও নাগায়ো। আপুনিহে আমাৰ আচল সুহৃদ। যোৱা ১৯৮৮ চনত বঙালী বিহু সংখ্যা 'জন্মভূমি' আলোচনীত ওলোৱা মাছমৰীয়া সম্প্ৰদায়ৰ ওপৰত লেখা আপোনাৰ বলিষ্ঠ উপন্যাস 'অস্তিত্ব' পঢ়িলো। আমাৰ সম্প্ৰদায়ৰ প্ৰতি ইমান সহানুভূতি আৰু সাহসেৰে ইয়াৰ আগতে কোনেও

একো লেখা নাই। ১৯৭৮ নে ৭৯ চনত প্ৰকাশ আলোচনীখনত লেখা 'বিশ্বাস মহন্ত' বোলা গল্পটোত আপুনি বৰ সঁচা কথা এটা লেখিছে যে মাছ মাৰি জীৱিকা নিৰ্বাহ কৰাৰ কাৰণেই চাৰি সত্ৰীয়া সত্ৰাধিকাৰে মাছমৰীয়া মানুহ খিনিক শৰণ ভজন দিয়া নাই অথচ সেই সত্ৰাধিকাৰেই বিল ডাকি লৈ মাছ বেছি আছে। তাত হ'বলা দোষ নাই। আপোনাৰ প্ৰতিটো লেখাই সাহসী পদক্ষেপ দি আহিছে। নগৰত থকা আমাৰ ওচৰতে এজন যোগেন দাস নামৰ প্ৰফেছৰে আপোনাৰ নাটখন শুনি ভুল বুজি বেয়া পাইছিল যদিও মই বুজাই দিলত তেওঁ বৰ সন্তোষ পাইছে। আপোনাৰ ওচৰলৈ বাৰ বোলে। এই নাটকখন পূৰ্ণাংগ নাটক কৰিব নোৱাৰেনে ? নাটক চাই মানুহে বুজক মাছমৰীয়া সম্প্ৰদায়ৰ দূৰৱস্থা। অসম কিয় সমগ্ৰ ভাৰতবৰ্ষতে এই নাটকৰ অভিনয় হওক। অৱস্থা একেটাই।

ঈশ্বৰে আপোনাক দীৰ্ঘায়ু কৰক আৰু মনোবল সাহস দিয়ক যাতে আমাৰ নিচিনা পিচপৰা সম্প্ৰদায়ৰ ওপৰত আৰু চোকা লেখা লেখিব পাৰে। 'মাছমৰীয়া ছোৱালীৰ লাজ'ত আপুনি ইলাৰ মাজেদি যিখন জীৱন্ত ছবি দাঙি ধৰিলে সেইখন ছবিয়েই এই সম্প্ৰদায়ৰ শতকৰা নব্বৈজন মানুহৰ ছবি। নাটকখনৰ শেষ বাক্যটোৱে বুকুত কোবায় যায়, তাকে ভাবিছো।

ছাৰ নিঃকিন ইলাহঁতক কোনে কাপোৰ পিন্ধাব ; আৰু কেতিয়া পিন্ধাব ?

ৰিটায়াৰ হ'বলৈ মাত্ৰ মাত্ৰ দুমাহ থকা মই এগৰাকী স্কুলৰ শিক্ষয়িত্ৰী। ইয়াতকৈ আৰু মই আপোনাক কি বুজাম। আমাৰ সম্প্ৰদায়ৰ দুই চাৰিজনৰ অৱস্থা ভাল যদিও শতকৰা নব্বৈজনৰ অৱস্থা দুখলগা। এক কথাত মাছমৰীয়া লাজ নাটকখন এই সম্প্ৰদায়ৰ জীৱন্ত দাপোন।

পুনৰ চেনেহেৰে ইতি

শ্ৰীচম্পা দাস। নগাওঁ

৩নং চিঠি

মাতব্বৰী লেখক,

তুমি গোসাঁইৰ ঘৰত জন্ম লৈয়ো তোমাৰ লেখাৰ মাজত কেৱল গোসাই বামুণ-মহন্ত অৰ্থাৎ বৰ্ণহিন্দুবোৰক সদায় বেয়াকৈ দেখুউৱা কোচ, কৈৱৰ্ত্ত, মুছলমান আদিক যেনেতেনে ভালকৈ দেখুউৱা। এইটো তোমাৰ কুলভ্ৰষ্ট স্বভাৱ। শেহতীয়াকৈ যিবা এখন নাটক ৰেডিঅ'ত শুনিলো "মাছমৰীয়া ছোৱালীৰ লাজ" তাতো বামুণৰ ল'ৰাটোক বেয়াকৈ দেখুৱালা আৰু তেনে মানুহৰ মুখত থুৱাব লাগে বুলি কলা। ইপিনে মাছমৰীয়া সম্প্ৰদায়ৰ প্ৰতি তোমাৰ হিয়াত অপাৰ দৰদ। তোমাৰ নিচিনা মানুহক আমাৰ বামুণ সমাজে তুমি গম নোপোৱাকৈয়ে হ'লেও বৰ্জন কৰি থোৱা হ'লে বৰ উচিত কাম হ'লহেতেন। ভৱিষ্যতে তোমাৰ সতী সন্ততিৰ (যদি আছে) বিয়া হ'বৰ কাৰণে নীচকুলীয়া পাত্ৰ-পাত্ৰীহে ওলাব মনত ৰাখিবা।

তোমাৰ নিচিনা লেখকৰ কলমৰ চিয়াহী শুকাই যাওক মই পৰমেশ্বৰৰ ওচৰত তাকেহে প্ৰাৰ্থনা জনালো।

তুমি কুলৰ কণ্টক, বামুণকুলৰ নগ্ন সমালোচক। তোমাৰ অহিত কামনা কৰি।

ইতি

কোনোবা এজন।

বিঃ দ্ৰঃ মোৰ নামটো প্ৰকাশ নকৰিলো কাৰণ তুমি ক্ষমাহীন লেখক। তোমাৰ কলমে যে মোক গোটেই জীৱন ক্ষত বিক্ষত কৰিব সেয়া মই ভালদৰে জানো।

৪নং চিঠি

শ্ৰীহৰি,

চৰধেয় গোস্বামী দেব

মই চিঠিখন ছোৱালীজনীৰ হতুৱাই লেখাইছো— নিজে চকুৰে নমনো। কালি আমাৰ ঘৰৰ কাষৰ মাষ্টাৰৰ ঘৰৰ ৰেডিঅ'টোত আপোনাৰ নাটকখন শুনিলো। শুনি মই আচৰিত হ'লো। আপুনি মোৰ বিষয়ে ইমানবোৰ কথা কেনেকৈ গম পালে। ময়েই সেইজনী ইলা। ছাৰসকলে মই দেশৰ ভিতৰতে পৰথম হ'ম বুলি কৈছিল পিচে পৰীক্ষা দিবলৈ নেপালো। এতিয়া মোৰ ল'ৰা ছোৱালী পাচটা। যোৱা বছৰ ইহঁতৰ বাপেক টি,বি বেমাৰত মৰিল। এতিয়া মই ভিক্ষা কৰো। এই চিঠিখন লিখা ডাঙৰজনী ছোৱালীৰ পিছৰটো ল'ৰা আনন্দ মহন্ত গোসাঁইৰ ঘৰত চাকৰ থৈছো। এয়াই আমাৰ অৱস্থা। নাটকখন শুনাৰ পাছত মই ভাতকে খাব নোৱাৰিলো। অৱশ্যে সেইদিনা ভাত খাবলৈ ঘৰত চাউলেই নাছিল। ইছ্বৰে আপোনাৰ আয়ুস বঢ়াই দিয়ক। আৰু নাই। দোষ দায় মৰিষণ কৰিব। ইতি,

আপোনাৰ ইলা।

সম্পাদক ডাঙৰীয়া,

ব্যাকৰণ বানান আদিত অকনো হাত নুফুৰায় মই হুবহু চিঠিকেখন আপোনালৈ পঠাই দিলো। এতিয়া মই আপোনাকে সুধিছো কওকচোন বাৰু মই কি বিষয় লৈ কাক লৈ গল্প লিখো ?

ইলা নামৰ এজনী মাহমৰীয়া সম্প্ৰদায়ৰ চোকা সৰু ছোৱালী। দৰিদ্ৰৰ তাড়নাত তাইৰ প্ৰতিভা লেৰেলি গ'ল। বাপেক বেমাৰী, মাক মৰিল। তাই ভিক্ষা কৰি খাব লগা হ'ল। স্বাধীনতা পোৱাৰ দুকুৰি বছৰৰ পিছতো কেৱল পেণ্ট এটা পিন্ধিবলৈ নাই বাবেই ইলাই মাষ্টৰজনকো লগ কৰিবলৈ আহিব নোৱাৰিলে। চৰকাৰ বা সমাজৰ এই দৰিদ্ৰ নিঃকিন সম্প্ৰদায়বোৰৰ প্ৰতি অকনো দায় দায়িত্ব বা চকু নাই। এইজনী ইলা বা এইটো মাহমৰীয়া সম্প্ৰদায় ভাৰতবৰ্ষৰ বি কোনো ঠাইৰে হ'ব পাৰে অসমৰ, কেৰেলাৰ, বঙ্গৰ, বিহাৰৰ সকলোবোৰ ঠাইৰে দৰিদ্ৰৰ জাত একেটাই। সকলোবোৰ দৰিদ্ৰৰ ঘৰতে এনেকুৱা হেজাৰ বিজাৰ ইলা আছে। মোৰ "মাহমৰীয়া

হোৱালীৰ লাজ” নামৰ গল্প আৰু নাটকখনৰ প্ৰতিপাদ্য বিষয়বস্তু আছিল এইটোৱেই।

গতিকে মোক বেয়া নাপাব সম্পাদক ডাঙৰীয়া, মই এইবাৰ আপোনাৰ কাকতলৈ গল্প দিব নোৱাৰিলো। এই চিঠিকেখন পোৱাৰ পাছত মোৰ মনৰ মাজত এখন কুৰুক্ষেত্ৰৰ তয়া ময়া যুদ্ধ চলিছে, কাৰ বাবে গল্প লিখো। লিখাৰ পৰা কি লাভ। বুজিবলগাবোৰেই নুবুজে দেখোন।

এই যুদ্ধৰ ইতি পৰিলেই মই পুনৰ লিখিম। আপুনি চিঠি দি অনুৰোধ কৰিবই নালাগে অহা বিহু সংখ্যাৰ আপোনাৰ কাকত আলোচনীত এখন উপন্যাস দিম। এইবাৰলৈ মোক ক্ষমা কৰক। পুনৰ প্ৰীতিৰে

আপোনাৰ অৰুণ গোস্বামী। □

(১৯৮৯)

# ই এটা দেশদ্ৰোহী – ইয়াক ততালিকে...

হত্যা কৰা। নহ'লে ই গোটেই নতুন প্ৰজাতিকে দেশদ্ৰোহী কৰিব। ই এটা দেশদ্ৰোহী নহয়নে ? সমগ্ৰ সমাজে যেতিয়া কয় যে সূৰ্য পৃথিৱীৰ চাৰিওফালে ঘূৰিছে ই অকলেই উচ্চস্বৰে কয় যে নহয় পৃথিৱীহে সূৰ্যৰ চাৰিওফালে ঘূৰিছে। ই গেলিলিও নেকি ? যদি ইয়াক গেলিলিও বুলিয়েই গণ্য কৰা হয় তেনেহ'লে ইয়াক হত্যা কৰা হওক। অথবা গেলিলিওক দিয়া কঠোৰ শাস্তি ইয়াৰ ওপৰত আৰোপ কৰা হওক।

নহয়, নহয়, পলম নকৰিবাহঁত ; ইয়াক হত্যা কৰা। ইয়াক ততালিকে হত্যা কৰা।

ডাঙৰ ডাঙৰ নেতাবোৰে কৈছিল বা কয় কিন্তু কৈ আছে যে দেশত গান্ধীবাদ চলিছে, শাসকসকলে গান্ধীবাদী নীতিৰে শাসন কৰিছে সি তেতিয়া চিঞৰি চিঞৰি কয় যে নহয় গান্ধীবাদ অচল। গান্ধীক বাদ দিহে গান্ধীবাদ চলি আছে। গান্ধীবাদী কৱচ ধাৰকসকলেই গান্ধীবাদক নৰককুণ্ডত নিক্ষেপ কৰি আছে। সেয়ে গান্ধীক দেশৰ পৰা উচ্ছেদ কৰা হওক যাতে কোনেও আৰু কেতিয়াও গান্ধীবাদৰ ভস্ম গাত সানি লৈ গান্ধীবাদী সাধু সন্ন্যাসী বুলি নিজক পৰিচয় দিব নোৱাৰে। গান্ধীক যদি উচ্ছেদ কৰিব নোৱাৰি তেনেহ'লে গান্ধীৰ ওপৰত আলকাটাৰা ঢালি ক'লা কৰি পেলোৱা হওক যাতে নতুন প্ৰজাতিয়ে গান্ধীৰ চেহেৰা দেখি ভূত বুলি আতংকিত হয়। দেশ বচাবৰ কাৰণে মহামায়া দশভূজাই জৰুৰীকালীন অৱস্থা ঘোষণা কৰি দিলে। আৰু ইয়াক তেতিয়া নক্সালাইট বুলি কোৱা হ'ল। দিনে নিশাই ইয়াৰ চৌপাশে চৰকাৰী চোৰাংচোৱাই পহৰা দি থাকিল যাতে ই দেশদ্ৰোহ কৰিব নোৱাৰে। ভুল হ'ল ইয়াক তেতিয়াই হত্যা কৰিব লাগিছিল। ইয়াক বাচি থাকিবলৈ দিব নালাগিছিল।

ই এটা দেশদ্ৰোহী নহয়নো কি ? শিলত পকা বেল পৰাত শুই থকা শহাটোৱে উচাপ খাই উঠি সমগ্ৰ জীৱজন্তুক যেতিয়া মহাপ্ৰলয়ৰ সংবাদ দিছিল

জীৱজন্তুৱে যেনেকৈ সেই শহাৰ পিছে পিছে দৌৰিছিল, ঠিক তেনেকৈ দেশত আশীলাখ বিদেশী সোমাল বুলি কেইটামান অযোগ্য ছাত্ৰই চিঞৰৰ বাবৰ লগে লগে সমগ্ৰ দেশৰ প্ৰজাই সিহঁতৰ পিছে পিছে দৌৰোতে ই অকলে ৰাজপথত থিয় হৈ প্ৰাণটাকি চিঞৰিছিল বোলে নহয় বাইজ ভুল নকৰিব। ইহঁতে ৰাজপাট খাবৰ বাবে এয়া ভেল্কী বাজীৰ আশ্ৰম লৈছে। নহ'লে ইহঁতৰ মগজুত বিহে বুদ্ধি বৃত্তি আছে সাধাৰণ গাঁও পঞ্চায়তৰ কাৰ্যালয় এটাতো ৰীতিমতে পৰীক্ষা দি কেৰেণী-মহৰীৰ চাকৰি এটাও ল'ব নোৱাৰে। সেয়েহে আজিকালি মগজু নথকা কাম ৰাজনীতি কৰিবৰ বাবে ইহঁতে এই ঐন্দ্ৰজালিক মায়া বিদ্যাৰ আশ্ৰয় লৈছে। সমগ্ৰ প্ৰজাই যেতিয়া ইহঁতক কৃষ্ণাৰ্জুন বা শঙ্কৰ-মাধৱ আখ্যা দিছিল ই তেতিয়া চিঞৰি চিঞৰি কৈছিল যে নহয় ইহঁত প্ৰতাৰক, ভণ্ড, স্বাৰ্থান্ধ, নীতিহীন আৰু কাপুৰুষ, তেনেহ'লে এই দেশদ্ৰোহীক তেতিয়াই হত্যা কৰিব লাগিছিল। কিয় হত্যা কৰা নহ'ল ? যদি এতিয়া কোৱা হয় যে এই দেশদ্ৰোহীৰ কথাবোৰ শুনিয়েই আজিৰ নতুন প্ৰজাতিয়ে আচল শত্ৰু আচল প্ৰতাৰকক চিনি লৈ হাতত অস্ত্ৰ তুলি লৈছে পাৰিবনে কোনোবাই খণ্ডন কৰিব সেই সনাতন সত্যৰ ওপৰত প্ৰতিষ্ঠিত ৰক্তিম যুক্তিক। ইয়াক ততালিকে হত্যা কৰা হওক।

ই সমাজদ্ৰোহী। সমাজৰ সকলো স্থিতাবস্থা বাহাল ৰাখিব খোজা ৰীতি-নীতি ই মানি নলয়। ই তাতো যুক্তি বিচাৰে অৰ্থ বিচাৰে আৰু তাত বিজ্ঞানসম্মত বাস্তৱতা আছেনে নাই তাৰ ওপৰত তীক্ষ্ণ নজৰ ৰাখে। জাত পাত থাকিবই। কোনোবা বামুন, কোনোবা শুদিৰ, কোনোবা মহন্ত, কোনোবা কৈৱৰ্ত— কোনোবা হিন্দু, কোনোবা মুছলমান এইবোৰতো আছেই। থাকিবই। কিন্তু এই সমাজদ্ৰোহীটোৱে কয় যে এইবোৰ ভুৱা। এইবোৰ ছলনা। এইবোৰ প্ৰতাৰণা। জাত হেনো দুটাহে। এটা ধনী— এটা ভিকহু। এটাৰ সকলো আছে এটাৰ একো নাই। এটা শাসক এটা শাসিত। দেখিলানে তেনেহ'লে ইয়াৰ কাণ্ড ! দেখিলানে বাৰু ইয়াৰ বাতুলতা ! মাৰ্ক্সবাদৰ সমস্ত তত্ত্ব সলসলিয়াকৈ কণ্ঠস্থ থকা— ডাচ্ কেপিটেলৰ সকলো বাক্যকে ফৰফৰ গাই যাব পৰা কমিউনিষ্ট বা মাৰ্ক্সবাদী বা সাম্যবাদী পণ্ডিত দেশত নাই জানো ? তেওঁলোকেওতো পুতেকৰ উপনয়ন পাতিছে। তেওঁলোকেওতো হোমত ঘিউ ঢালি ঢালি বামুনে গোৱা মন্ত্ৰ শুনি শুনি মুখৰ ভিতৰতে গুণগুণাই গাই কইনা বিয়া কৰাই ঘৰলৈ আনিছে। তেওঁলোকেওতো বৈদিক নীতিৰে শান্তি কৰ্ম কৰিছে দুইলাখ টকীয়া ঘৰৰ ভেটিটো স্থাপন কৰিছে। তেওঁলোকেওতো অপদেৱতাৰ পৰা বাচিবৰ কাৰণে বা মুখলগাৰ পৰা বাচিবৰ কাৰণে নিজৰ পানীকেঁচুৱা সন্তানৰ কপালত দুটা ক'লা ফোট দিয়ে। তেওঁলোকেওতো বিভিন্ন গ্ৰহৰ সন্তুষ্টিৰ বাবে হাতৰ দহোটা আঙুলিত বাৰটা বিভিন্ন গ্ৰহৰ আঙঠি পিন্ধি সমস্ত সৌৰজগতখনকে বন্দী কৰি থয়। তেওঁলোক কি মাৰ্ক্সবাদী নহয় ? তেওঁলোকে যেখোন ডিজন দি ডিজন কৰা প্ৰগতিৰ পৃষ্ঠপোষকতা নকৰাৰ বাবেই নিজৰ ঘৰৰ বাৰাণ্ডাত মুখ পেলাই থকা কুকুৰ সন্তান থকা ভিকাৰী

মানুহজনীক গালি-গালাজ দি যেদি পঠাইছে। তেওঁলোকেওতো কিবা কামৰ বিনিময়ত কোনোবাই কিবা দিলে যোচ বুলি লোৱা নাই, মৰমৰ উপহাৰ বুলিহে গ্ৰহণ কৰিছে। তেওঁলোকৰ নিচিনা মাৰ্ক্সবাদী কোনোবা হেড্‌মাষ্টৰ, অধ্যক্ষ বা কিবাই ৰাজহুৱা অনুষ্ঠানৰ ৰাজহুৱা টকা প্ৰচলিত ৰীতি-নীতি অথবা সমাজত চলিছে বুলি আত্মসাৎ কৰিছে। জাৰ্মান ভাষাৰে হওক বা ইংৰাজী বাঙালী বা কোনো অগ্ৰজ অসমীয়া লোকৰেই হওক মাৰ্ক্সবাদী প্ৰগতিশীল নাট্যকাৰে নকল কৰি নাটক লিখি কি অসমীয়া ভাষা সাহিত্য চহকী কৰা নাই। বুৰ্জোৱা যন্ত্ৰ বা মাধ্যম বুলি গালি পাৰি থকা ৰেডিঅ' দূৰদৰ্শনত অনুষ্ঠান কৰিবলৈ প্ৰগতিশীল নাট্যকাৰ, কবিয়ে কি হেতা ওপৰা কৰা নাই। কিন্তু ই দেখোন সেইবোৰৰ প্ৰতিবাদ কৰে ! সমাজৰ কোনেও একো মাত নমতা কথাত ই দেখোন মুখৰ হৈ পৰে ! সমাজৰ সকলোৱে মূৰ দোৱাই থকা কথাত ই দেখোন আঙুলি টোৱায় ! সমাজৰ সকলোৱে দেখি শুনি মানি লোৱা কথাত ই দেখোন অমান্তি হয় ! সমাজৰ সকলোৱে মালা পিন্ধোৱা ব্যক্তিক ই দেখোন ব্যঙ্গ কৰে ! ই সমাজদ্ৰোহী নহয়নে ? ই এটা সমাজদ্ৰোহী— ইয়াক ততালিকে হত্যা কৰা।

ই এটা আকোঁৰগোজ অহমক। ই ঢেকৰা ঠাৰি, একোৰেই ইয়াক সিজাব নোৱাৰি। ডাঙৰ ডাঙৰ ডক্টৰেট পণ্ডিত আছে। মাৰ্ক্সবাদী চিন্তাধাৰাৰ ডাঙৰ ডাঙৰ পণ্ডিত আছে ; গৱেষক আছে। সকলোৱেই একমুখে কৈছে যে শোষক শাসকক উচ্ছেদ কৰিবলৈ বৰ্তমান আটাইতকৈ ডাঙৰ শক্তিশালী অস্ত্ৰপাতি হ'ল বেলট। কিন্তু ই চিঞৰি উঠে বোলে নহয়— বেলটেৰে নতুন শোষকক বাৰ্কৈ প্ৰতিষ্ঠাহে কৰে আৰু নতুন নতুন শোষকৰ সৃষ্টি কৰে। সি তৰ্জনী আঙুলি টোৱাই দেখুৱাই দিয়ে যোৱাটো চৰকাৰলৈ। সি চিঞৰি চিঞৰি কয় তথাকথিত বিপ্লৱৰ মাজেদি আহি শাসন ক্ষমতা লোৱা এই চৰকাৰটোৱে পূৰ্বৰ দুৰ্নীতিৰ, শোষণৰ আটাইবোৰ অভিলেখ অনায়াসে ভংগ কৰা নাইনে ? তেনেহ'লে বেলটেৰে আকৌ নতুন শোষক বংশ এটাৰহে জন্ম দিয়া হ'ল। প্ৰতিষ্ঠা কৰা হ'ল। সেয়েহে ই কয় যে কেবল বুলেটৰেহে শোষকক উচ্ছেদ কৰিব পৰা হ'ব। যিহেতু শাসকৰ হাতত বুলেট মজুত থাকে সেইবাবে বুলেটৰ উত্তৰ বুলেটেৰে দিব লাগে। ই তেনেহ'লে এটা মাৰ্ক্সবাদ বিৰোধী ব্যক্তি নহয়নে ? তেনেহ'লে ইয়াক কিয় বৌদ্ধিকভাৱে হত্যা কৰা নাই ?

ই এটা সাহিত্য-সংস্কৃতি বিৰোধী ব্যক্তি। একালত সাহিত্য সভাক অশ্লীল গালি পৰা সকলো এতিয়া সাহিত্য সভাৰ ওখ গাদীপৰা মজিয়াত লেপেতা কাঢ়ি বহিছে। অসমীয়া ভাষা-সাহিত্যৰ খোমেইনীসকলৰ হাতৰ পৰা বিভিন্ন বঁটা গ্ৰহণ কৰিছে। ই তেতিয়াও চিঞৰি উঠিছে, বোলে এইখন ভোজসভা। সাহিত্য নকৰা বা সাহিত্য কৰিবলৈ এৰি দিয়াবোৰেই এই সভাৰ গুৰু দায়িত্ববোৰ বহন কৰিছে। বৰ্ণবাদী তথা মধ্যবিত্তীয় এচামৰ সংৰক্ষণশীল গোড়া অনুষ্ঠান বুলি ই চিঞৰ বাখৰ লগাই তাল-ফাল কৰিছে। ই সাহিত্য সভাৰ আন্তৰ্জাতিক খ্যাতিসম্পন্ন কবি সভানেত্ৰীৰ বৌদ্ধিক

সততাৰ ওপৰত প্ৰশ্ন তুলিছে। সাহিত্য সভা যদি এটা অৰাজনৈতিক অনুষ্ঠান, তথাচ দেশ আৰু সময়ৰ দাবীত ছবছৰীয়া বিপ্লৱত সক্ৰিয় অংশ গ্ৰহণ কৰি এচাম বিপ্লৱী যুৱ নেতাক শাসনৰ গাদীত বহুওৱাত হেলা কৰা নাই। যদিও অৰাজনৈতিক অনুষ্ঠান তথাচ সেই নতুন প্ৰজন্মৰ মুখ্যমন্ত্ৰীক গায়নে-বায়নে আদৰি আনি সভা উদ্বোধন কৰাইছে। কিন্তু চৰকাৰটো পতাৰ পাছত নিজৰ অৰাজনৈতিক চৰিত্ৰ অক্ষুন্ন ৰাখি চৰকাৰৰ একো কথালৈ চকু দিয়া নাই। অনীতি, অপকৰ্ম, দুৰ্নীতি, আদি চৰকাৰী কাম-কাজৰ ওপৰত নিজৰ অৰাজনৈতিক চৰিত্ৰত চেকা নলগাবলৈকে একো মাত মতা নাই। বৰঞ্চ প্ৰাক্তনেই হওক বা চলিতই হওক সম্পাদক, সভাপতি ভট্টাচাৰ্য্য, ৰাজখোৱা, বৰুৱা, গোস্বামী, বৰা, নেওগহঁতে চৰকাৰৰ কাম-কাজৰ গুণানুকীৰ্ত্তন কৰিছে। ইজনে সিজনৰ পিঠি খজুৱাইছে। অথচ ই কয় বোলে সাহিত্য সভাই ৰাজনীতি কৰিছে, তাকো দুষ্ট ৰাজনীতি। ন্যস্ত স্বাৰ্থৰ ৰাজনীতি। ইয়াক ইয়াৰ পাছতো বাহি থাকিবলৈ দিয়া হৈছেনে ? ইয়াক তুৰন্তেই হত্যা কৰা নাই কিয় ?

ই অতি অস্থিৰ। ই সমাজ পৰিবৰ্তনৰ বাবে বুলেট অপৰিহাৰ্য্য বুলি কয় যদিও বুলেট ব্যৱহাৰ কৰা সকলকো সমালোচনা কৰে। ই হাতত অস্ত্ৰ তুলি লোৱাসকলৰ মাজতো আচল আৰু নকল বিচাৰি উলিয়াইছে। হাতত অস্ত্ৰ থকা নকলসকলৰ মুকলি সমালোচনা কৰিছে। ইয়াৰ কি প্ৰাণলৈ মমতা নাইনে ? নকলসকলৰ আঙুলি ঠাৰতো যেতিয়া সমাজৰ বৰমুৰীয়াসকলেও উঠা-বহা কৰে, তেতিয়াও ই মূৰ তুলি ঠিয় দি থাকে ! দেখিছানে ইয়াৰ মৰ সাহস ! নাই নাই, ইয়াক ক্ষমা কৰা উচিত নহয়। অতি ততাতৈয়াকৈ ইয়াক হত্যা কৰা উচিত। সমূহীয়াভাৱে ইয়াক তুৰন্তেই হত্যা কৰিব লাগিব। এটা সিদ্ধান্ত ল'ব লাগে।

ই প্ৰত্যেকটো কথাৰে মৌলিকতাৰ বিচাৰ কৰে। নেতাজনে ভাষণ দি আছে। তেওঁ গান্ধীবাদৰ ওপৰত কথা কৈছে। দেশক সেৱা কৰিবৰ কাৰণে তেওঁলোকৰ দলক নিৰ্বাচন কৰিবৰ কাৰণে তেওঁলোকৰ দলক নিৰ্বাচন কৰিবলৈ ৰাইজক আহ্বান কৰিছে। তেওঁ গঠন কৰা ভঙ্গ হোৱা চৰকাৰৰ খতিয়ান দাঙি ধৰিছে। সাধুকথা শুনা শিশুৰ দৰে অথবা কাণ জোকাৰি ঘাঁহ খোৱা ভেড়াৰ দৰে মানুহবোৰে তেওঁৰ বক্তৃতা শুনিছে। ই দেশদ্ৰোহী থিয় হ'লেই নহয়। ই আঙুলি টোঁৱাই বক্তা নেতাৰ গান্ধীবাদ আৰু সততা বা দেশ প্ৰেমৰ ওপৰত চিঞৰি চিঞৰি কথা কৈছে। যোৱা পাঁচবছৰত যে মুখ্যমন্ত্ৰী হিচাপে সেই বক্তা দহকোটি টকাৰ সম্পত্তিৰ গৰাকী হ'ল, তাৰ ওপৰত কথা কৈছে। গতিকে ই এটা দেশদ্ৰোহী নহয় কি ? ইয়াক নাতিপলমে হত্যা কৰা উচিত।

ইয়াক বন্ধুহীন কৰা। ই বন্ধুবৎসল। বন্ধুক ই অন্তৰৰ দৰে ভালপায়। বন্ধুৱে ইয়াক ভাল পায় নে নাপায় বিচাৰ নকৰে। কেৱল দুই এটা ইয়াৰ লগত মিলা মৌলিক গুণ দেখা পালেই ই হৃদয় উজাৰি ভাল পায়। গতিকে ইয়াক হত্যা কৰিবলৈ হ'লে বন্ধুগণে পদাঘাত কৰা উচিত। ই সিংহলৈয়ো ভয় নকৰে, কিন্তু উৱহলৈ ভয় কৰে। ই

লাউডস্পিকাৰবলৈ ভয় নকৰে, কিন্তু ই ফুচ ফুচনিলৈ ভয় কৰে। ই কৈ থাকে ই সিংহসদৃশ শত্ৰুৰ হাতত মৰিবলৈ বেয়া নাপায়, কিন্তু মিত্ৰ আৰু কাপুৰুষ শিয়ালৰ হাতত মৰিবলৈ ই বেয়া পায়। ই উৰহলৈ ভয় কৰে। টিকাত কামুৰি কুচনৰ মাজত লুকুওৱা উৰহলৈ ইয়াৰ ভীষণ ভয়।

ই এটা দেশদ্ৰোহী— ইয়াক ততালিকে হত্যা কৰা। ই এটা সমাজদ্ৰোহী— ইয়াক তুৰন্তেই নিৰ্মূল কৰা। ই এটা ৰাজদ্ৰোহী— ইয়াক নিমিষতে নিপাত কৰা।

ইয়াক অস্ত্ৰেৰে মাৰিব নোৱাৰি। ইয়াক হত্যা কৰিবলৈ হ'লে চাৰিওফালে ফুচ ফুচনি তোলা। ইয়াক দেখিলে নেদেখাৰ ভাও ধৰি আঁতৰি যোৱা। ইয়াৰ কথা কোনেও নুশুনিবা। ইয়াক নিৰ্জীৱ কৰা। ইয়াক শক্তিহীন কৰা। ই নেদেখাকৈ ইয়ালৈ আঙুলিয়াই কোৱা— যে ই দেশদ্ৰোহী। যাতে এই ফুচ ফুচনি ইয়াৰ কাণত পৰে তাৰ ব্যৱস্থা কৰা। মাৰাত্মক ড্ৰাগৰ ব্যৱসায় কৰা সেই পেটুৱাটোৰ লগ লাগা। ব্লু-ফিল্মৰ গোপন ব্যৱসায় কৰা সেই লেনীয়া বাংলাৰ সন্তানৰ লগ লাগা। হাতত ছুৰী লৈ ফুৰা সেই প্ৰাক্তন মন্ত্ৰী দেশপ্ৰেমিক নেতাবোৰৰ লগ লাগা।

ইয়াক তুৰন্তেই হত্যা কৰা। নহ'লে ই নতুন প্ৰজন্মৰ সন্তানক ইয়াৰ চিন্তাৰে আক্ৰান্ত কৰিব। তেতিয়া তোমালোক কেনেকৈ বাচি থাকিবা ?

ইয়াক তুৰন্তেই হত্যা কৰা। নহ'লে মোৰ গাত দোষ নাই। তোমালোক কোনেও যাতে মোক হত্যাকাৰী বুলি দোষাৰোপ নকৰা। কাৰণ তোমালোকে কোনেও হত্যা নকৰিলে অৱশেষত ময়েই মোক নিৰ্মমভাৱে হত্যা কৰিব লাগিব। মই মোক হত্যা কৰি যেতিয়া মোৰ মৃতদেহ মই মোৰ কান্ধত তুলি লৈ ৰাজপথেদি শৱযাত্ৰা আৰম্ভ কৰিম, হে মোৰ দেশৰ গান্ধীবাদী ৰাইজ, হিংসাৰ আশ্ৰয় লৈছো বুলি যাতে তোমালোকে কোনেও মোক নিন্দা নকৰাহঁত।

এতিয়া মই মোক হত্যা কৰিম। ❑

(১৯৯১)

# ভোট, ভোজ, ভোক

পানীৰ চৰীয়া এটাত জীয়া তোৰামাছ এটা এৰি দিলে যেনেকৈ পাক ল'ব তেনেকৈ গোপালৰ পেটটোতো পকাবলৈ ধৰিলে। সি দুহাতে হাতেৰে নিজৰ পেটটো খামোচ মাৰি ধৰিলে। বাঁহৰ গাধৈৰে কৰি লোৱা চাংখনত সি বাগৰিবলৈ ধৰিলে। বাগৰোতে মেৰ্‌মেৰণি শব্দ হৈছে। সিখন বিছনাত থকা বেমাৰী মাকজনীয়ে বেমাৰী মাতেৰে চিঞৰ লগালে "উস্ মাওৰত যোৱাটোৱে বিছনাখন ভাঙো যেন কৰিছে অ'। বলিয়াহাতী উঠিলনেকি বিছনাখনৰ ওপৰত। উস্ এই হতশ্ৰী যোৱাবোৰৰ পৰা শান্তি নাইঅ'!" কৈ মাকে কেকাঁবলৈ ধৰিলে। গোপাল কিছুসময় তাপ মাৰিলে, অলপ আগতে মাকৰ বাঘচকাত চেপেতা লগা তাৰ ছকছবীয়া ভনীয়েক অনিমাৰ দৰে। অনিমাই সন্ধ্যাৰে পৰা ভোক লাগিছে ভোক লাগিছে বুলি চিঞৰ বাখৰ কৰি কান্দি কাটি আছিল। এবাৰ মাকে বিছনাতে বহি লৈ, "ভোক লাগিছে মোৰ মূৰটোকে চোবা" বুলি গেমেহ ভেমেহ তাইৰ হুড়ুলা পিঠিটোতে ঢকা লগালে। বাৰ্ডচিজুৰি কান্দি কিছুপৰৰ পাছত আৰু মাৰ খোৱাৰ ভয়ত অনিমাই মাকৰ বুকুতে বান্দৰ পোৱালীৰ দৰে চেপেটা লাগিল। তাইৰ টোপনি আহিল নেকি বাৰু? ভোকত থাকিলে টোপনিও নাহে নহয়। গোপাল অতি সাৱধানে বিছনাখনৰ পৰা নামিল। আন্ধাৰে মুন্ধাৰে খেপিয়াই খেপিয়াই গৈ সি মাটিকলহটোৰ পৰা বাতিটোত আন্দাজতে পানী বাকী লৈ ঘোট্ ঘোটকৈ পিবলৈ ধৰিলে। পানীৰে সি পেটটো গধুৰ কৰি ল'লে।

তাৰ পাছত গোপাল আহি বিছনাত পৰিলহি। তাৰ দেউতাকলৈ মনত পৰিল। এদিন খঙতে দেউতাকে তাক মৰিয়াইছিল। সি তেতিয়া দেউতাক মৰি থকা হ'লেই ভাল আছিল বুলি ভাবিছিল। কিন্তু দেউতাক মৰিলতহে সি গম পালে যে ভাল নহ'ল বেয়াহে হ'ল। তাৰ মনত বৰকৈ পৰিল।

গোপালৰ বাপেক দেবেন আছিল মহন্ত গোঁসাইৰ ঘৰৰ হালোৱা। আধিপুৰা মাটিৰ খেতি কৰি দিয়ে। নগদ দুশ টকা আৰু মুহালিৰ মাটিৰ খাজনা দিয়ে গোঁসায়ে।

বাকী কেইমাহ হাজিৰা তাজিৰা কৰি কটায়। চলি আছিল। ল'ৰা-ছোৱালী চাৰিটা হৈছিল, তাৰে দুটা মৰিল। মানুহজনীয়েও বোৱা তোলা কৰি দুপইচা আৰ্জন কৰিছিল। মাছ খাবলৈ পোৱা নাছিল যদিও ভাত খাই আছিল। পথাৰ বা টোকনী পুখুৰী এটা সিঁচিলেও মাছ পুঠি দুটা পায়। এনেকৈ দুহালিচা মাটিৰ ধানেৰে বছেৰেকটো নাটে, কিন্তু হাজিৰা তাজিৰা কৰি অনা পা পইচাৰে টানি মানি চলে। গোসাঁয়ে যি দুহালিচা মাটিৰ ধান দিয়ে সেইপিনেও পায়গৈ। দেবেনেই দ মাটি খিনিত খেতি কৰে, কিন্তু ধান আনিবলৈ পায় বাম মাটি দুহালিচাৰ পৰাহে। দেবেনে এনেবোৰ কথাত আপত্তি কৰিব নাজানে বাবে ঘৰত ঘৈণীয়েক কান্দুৰীৰ পৰা কথা শুনে। কথা শুনে মানে খং উঠিলে মানুহজনীৰ মুখত আখৈ ফুটে। বৰ অসহ্য হ'লেহে দেবেনে ভেকাহি এটা মাৰে বা তাকে কৰিব নোৱাৰিলে হাতত কপিদাখন লৈ' হাবিৰ ফালে ওলাই যায় দাৰ আগেৰে পিঠিটোৰ ঘামচি ভাঙি ভাঙি। গোপালকো স্কুলত নাম লগাই দিলে। গৈ আছে। কি পঢ়িছে বা পঢ়িশুনি কিনো আলি মহৰীটো হ'ব সিহে জানে। দহোৰাইজৰ ল'ৰা-ছোৱালী গৈছে বাবে সিও গৈ আছে। কথা সিমানেই। ক'বলৈ হৈছে বোলে ফালনা তোৰ ল'ৰা-ছোৱালী স্কুললৈ পঠাইছনে— বোলে পঠাইছোঁ, সেয়া গৈছে। সেইটো কথাকে দহে সুধিলে ক'বলৈ হৈছে।

মানুহটোৰ কেতিয়াবা ঘৈণীয়েকলৈ খঙো উঠে। ইছৰে চৰজে যেনেকৈ তেনেকৈ পালনো কৰে। ফৰিংটোলৈয়ো কচুঠাৰি এটুকুৰা দিছে। তেনেস্থলত মানুহজনীয়ে এটাকৈ নহয় দুটাকৈ গুচালে। সদায় ৰাতি শোৱাৰ পাছত উথি। দাঁত কৰচি কৰচি ভোৰ ভোৰাব। দিনৰ দিনটো গোসাঁইৰ মাটিত টিকাফটা ৰ'দত হাল কোৰ বাই ৰাতি অকনমান মানুহজনীৰ কাষত কাতি হ'বহে, হ'লেই নহয় আৰম্ভ। নিজৰ পাটিৰ মানুহটো নুশুই যেন মচোৱাগোম সাপ এডালহে গাৰ কাষত দীঘল দি পৰিছে। কেতিয়াবা খঙতে উচটি মাৰি গৈ গাৰ চাদৰখনকে মজিয়াত পাৰি শুই থাকেগৈ। এনেকুৱাবোৰ কথাতে লগৰ বেবনে ঘৈণীযেকক কেতিয়াবা হালোৱা এচাৰিৰে পাবুৰি পাবুৰিকৈ কোবায়। দেবেনৰ যিবোৰ কথালৈ ভয় লাগে, ঘৈণীয়েকৰ সেইবোৰ কথালৈ দৰ নাই। পাপ পুণ্য বুলি যে কথা আছে মানুহজনীয়ে নাভাবে। নিচলী বামুণীৰ পৰা বিহদ্দৰব আনি তিনিমহীয়া এটাই পাঁচমহীয়া এটাই দুটা গুচালে। পালেও নহয় মছলা। গা চলি তিনিমাহ বিছনাত পৰিল। উঠিব নোৱাৰা হ'ল। গা শুকাই তাতৰ ৰাচখন যেন চেপেতা লাগিল। পাপ। এইবোৰ পাপ নেদেখাজনে ক'ত সহ্য কৰিব। অকল সিমানেইনে। তাৰ পিছৰটো শাওনত বছেৰেকটো নুঘূৰিলেই, পোষ্মৰ দিনৰ ভিতৰত অগা পিছাকৈ মাজৰ ল'ৰা-ছোৱালী হালেই গ'ল। ঢেৰিন নেঢেৰিন তেজকে হাগিলে। ভোগেশ্বৰৰ চাইকেলখন আনি আগত এটা পিছত এটা বহুৱাই চৰকাৰী হাচপাতাল পালেগৈ ; ডাক্তৰৰ চাবলৈকে সময় নাই। ডাক্তৰৰ অত বহি থাকোতেই আলিৰ কিনাৰৰ পথাৰলৈ নি দুবাৰ তিনিবাৰ হগুৱাব লগা হ'ল। চুই

নোচোৱাকৈয়ে বেমাৰৰ বিৱৰণ শুনিয়েই ডাক্তৰটোৱে কাগজ এখনত দেৱাই পাতি লিখি দিলে। বোলে কিনিব লাগিব তাত নাই। কিনে কিহেৰে। গোঁসায়ে হ'বলা টকা দহোটা দিলে। তাৰে পেকেট দুটাহে কিনিব পাৰিলে। আচল পিলকেইটা থাকিলেই। একোটা পিলৰ দাম ছটকাকৈ। অগা পিছাকৈ দুয়োটা মৰি থাকিল। মাকে ইনাই বিনাই কান্দিছিল। দেবেনৰ খং উঠিল। সি ভোকোলাই নামঘৰত ভীমৰ বচন গোৱাদি উত্তাৱল হৈ বৈষ্ণীয়েকক বকিবলৈ ধৰিলে, "এতিয়া বিনাবলৈ আহিছ। তইঁতৰ পাপৰ ফলতে ল'ৰা-ছোৱালীহাল গ'ল। পাপ নসহে নহয়। গুপৰত থকাজনে চাই থাকে নহয়। নিচলী বামুণীৰ পৰা বিহঁদৰৰ দি দুটা গাতে গুচালি নহয়। সেইবোৰ পাপ নহয়। নিচলী বামুণীয়ে নিজে জহৰা গুচুউৱা মানুহ। লোকৰ পোৱালী গুচাবলৈ কি দৰ। পাপতো তাইৰ নহয়। এতিয়া মনে মনে থাকইঁত। মোৰ আগত হিয়া ভুকুৱাই নেদেখুৱাবি। এইবাৰ বামুণী চামুনী নামানিম। কিবা কমিটী কৰিবলৈ ইয়ালৈ আহিব মাৰ মাৰি হেকেৰা ককালটো ভাঙি দুটুকুৰা কৰিম বাপেকে।" দেবেনৰ ইমান খং নুঠে। বা খং উঠিলেও ইমানবোৰ কথা নকয় বা আজিকালি কলেজৰ ল'ৰাৰ দৰে কথাই প্ৰতি অবাইচ মাতো নামাতে। কিন্তু সেইদিনা বৈষ্ণীয়েকলৈ আৰু যিহে খং উঠিল গোট খোৱা ডাঙৰ সৰু নামানি চিএৰি চিএৰি গালি পাৰিলেতো পাৰিলেই, গ'লটো চৰকাৰৰ কিছুমান ডেকা এম.এল.এৰ দৰে প্ৰতিটো শব্দৰ পাছত অবাইচ মাতো মাতি গ'ল।

ভিকহৰ দুখ শোকনো কি বস্তু, মন্ত্ৰীৰ প্ৰতিশ্ৰুতিৰ দৰে খন্তেকীয়া। দুদিনৰ পাছতেই আকৌ মহন্তৰ ঘৰত হাল বাবলৈ গ'লেই নহয়। গা চলা বেমাৰত তাঁতৰ ৰাচখন যেন চেপেটা হোৱা মানুহজনীয়েও টিকা কাটা ৰ'দত ভুঁই রুবলৈ গ'লেই নহয়। ৰ'দত মূৰ ঘূৰালে পথাৰৰ আলিতে অকণমান বহি পথাৰৰ গৰম পানীকে চলুৰে চলুৰে তালুখনত লয়। তালু শাঁত পৰক চাৰি ভোঁ ভোঁৱাই গৰমহে হৈ উঠে। খন্তেক জিৰালেও বিপদ নহয়। তামোল দিয়াৰ চলেৰে মহন্তনী আহি অমৰাজোপাৰ তলৰ পৰা মাছলৈ যোৱা মানুহক ৰিঙোৱাদি ৰিং মাৰি সুধিলেই নহয়, "হেৰ কান্দুৰী, কঠীয়া এআলী শেষ হওৱ নৌহওতেই জিৰাবৰ হ'লেইনে। গাভৰু মানুহ, ইমানটো কিহৰ ভাগৰ ! আমাৰ বয়সত দেখোন পথাৰলৈকে ঢাৰি পাটি লৈ আহিবিহঁত দেখিছোঁ।"

এনেকৈয়ে টনা আজোৰাকৈ চলি আছিল। পিছে এদিন পথাৰত হাল বাই থাকোতেই দেবেন বাগৰি পৰিল। বাগৰি পৰিল মানে মূৰৰ বিষ। ভালেদিন ধৰি মূৰৰ বিষ এটা লাগি আছিল। প্ৰথমতে পানী জৰাই খালে। সুকন্ম কপালি লেও দিও চালে। দুবাৰমান চৰকাৰী হাচপাতালৈ গৈয়ো পিল গোটাছেৰেক আনি খালে। কামত অহা নাছিল। মূৰৰ বিষ এটা হ'ল বুলিতো আৰু ধনীমানুহৰ বেমাৰীৰ দৰে আৰামী চকীত বহি থাকিব নোৱাৰি নহয়। গোসাঁয়েও ক'লে, বোলে বেমাৰক লাই দিলে বেমাৰ বৃদ্ধি হয়। সামান্য মূৰৰ বিষ পিঠিৰ বিষনো আজিকালি কাৰ নাই হোঁ। বেমাৰক লাই

দিলে সামান্য ৰোগটোও ভাল পৰিমাণে বাঢ়ে। আই নিদিলেহে তিলপৰিমাণে কমে।

এতিয়া মূৰৰ বিষ এটা লাগিল বুলি শাওনমহীয়া বিছনাত পৰি থাকিলে খেতিটো কি হ'ব। গোঁসাইৰ মাটি বাৰপুৰা। আঠপুৰা ধাৰ দিয়া টকাৰ সুদৰ বাবদ ধৰুৱাই কৰই দিয়ে। বাকী চাৰি পুৰাহে নিজাকৈ হালোৱা ধৰি খেতি কৰে। হেনজানি দুটা কথা শুনাতকৈ কষ্টকো কষ্ট নুবুলি নিয়মিত হাল বাই আছিল। বৰ বেছি অসহ্য হ'লে গামোচাখনেৰে আটি আটি মূৰটো বান্ধি লয়। নোৱাৰিলে। চাঁচকৈ বাগৰি পৰিল। হালোৱাৰ পাছে পাছে চাললি এখন লৈ পুঠি মাছ ধৰি ফুৰা গোপালেহে চিঞৰ লগালে– "অ' দেউতাৰ কিবা এটা হ'ল অ' দেউতাৰ কিবা এটা হ'ল।" সিফালে চোতালত কোনোবা টকা ধাৰে বিচাৰি অহা মানুহ এটাৰ লগত কথা পাতি থকা মহন্ত গোসাঁয়ে চিঞৰ শুনি গৈ দেখে পথাৰৰ আলিটোতে মূৰটো দি দেবেন পৰি আছে। অসাৰ।

কেন্সাৰ হৈছিল। ডাক্তৰে ক'লে বোলে কেন্সাৰ বুলিহে সন্দেহ হয়। মানুহজনীয়ে কাবৌ কৰি গোসাঁইক ক'লে, "মই এই মানুহটোৰ লগত ঘৰ পতা দিন ধৰি দেখিছো মানুহটোৱে আপোনাৰ মাটিতে খেতি কৰি দি আহিছে। গতিকে ডাক্তৰে কোৱামেত যেনেতেনে কিবা এটা কৰি ডিব্ৰুগড়ত দেখুৱাই আনকগৈ। ভাল হ'লে ওৰেটো জীৱন আপোনাৰে হালোৱা হৈ থাকিব।" মহন্ত গোসাঁইৰ দুখো লাগিল, ভৰ খেতিৰ দিনতেই তাৰ অঘটনটো হ'ল। দুখ লাগিলেও গোসাঁইৰ টকাখিনি পানীত পেলাবলৈ সৎ নগ'ল। কেন্সাৰ যেতিয়া হ'লেই ডিব্ৰুগড় নালাগে অইন ক'ৰবালৈ নিয়ক, কোনো লাভ নাই। মিছাকৈ টকাখিনি জুইত পোৰা হ'ব। ব্ৰেইনৰ কেন্সাৰ ভাল হৈ আহি দেবেনে খেতি কৰি দিবহি– সেই অনা দে'লে। গোসাঁয়ে দেবেনক ডিব্ৰুগড়লৈ নিয়ক চাৰি কান্দুৰীকো ওলোটাই বুজালেহে বোলে ভাল হ'লে ইয়াতে হ'ব। মিছাকৈ ডিব্ৰুগড়লৈ নি ডাক্তৰ নাৰ্চৰ হতুৱাই কাউৰীয়ে গছত পকা কঠাল খোকোটাদি মূৰটো খোলোকাৰ নালাগে। গতিকে তেতৌ বেজৰ জৰাপানী খাই খাই মূৰে কপালে সানি সানি দুমাহৰ পিছত তেজ বমি কৰি কৰি এদিন দেবেন মৰি থাকিল। মিছা ক'ব নালাগে, খেতিটো পূৰাকৈ উঠাব নোৱাৰিলে যদিও দেবেনৰ সকামত গোসাঁয়ে টকা ডেৰশ কান্দুৰীক এনেয়ে দি দিলে। ধাৰ খণ বুলি নহয় মৰমতে দি দিলে। দেৱকান্ত মহন্ত মানুহটো মৰমীয়াল।

সকামৰ ডেৰমাহৰ পাছত আকৌ নিচলী বামুণীৰ হাতৰ পৰা বিহঁগছৰ শিপা আনি লগাই গাত থকাটো গুচালে। গুচালেহে গুচালে চাবিমহীয়া গুচাবলগীয়া হ'লত সি গা চলিল নিচপতিকে বিছনাৰ পৰা উঠিবই নোৱাৰা হ'ল। দেবেন মৰা দুবছৰ হ'ল। এই দুবছৰৰ ভিতৰত যদি মানুহজনী বিছনাৰ পৰা দুদিন উঠিছে তিনিদিন শুইছে। কামকাজ কৰাটো বাদেই, ল'ৰা ছোৱালী হালক লগত লৈ মাগিবলৈয়ো সণ্টালনিকৈ যাব নোৱাৰা হ'ল। শেষলৈ গোপাল আৰু অনিমাই হাতত লোটা এটা

সৈ অকলেই মাগিবলৈ যাবলৈ ল'লে।

চাবাযাৰ যোৱা দুদিন ববমুণ। কেনিও ওলাব পৰা নাই। ওচৰে পাজৰে কাৰোবাৰ ঘৰলৈ গ'লেও সপ্তাহত দুদিন গ'লে গেটৰ মুখৰ পৰাই খজিয়া কুকুৰ খেদাদি খেদে। কালিলৈকে তেওঁ কিবা এটা আছিল। আজি দিনটো নাই যি নাই একো নাই। সেইবাবেই ভোক লাগিছে ভোক লাগিছে বুলি চিঞৰি থাকোতে মাকে গেমেহ্ গেমেহ্ বাঘচকা দি অনিমাক পাতিতে চেপেটা কৰি গৈছে। গোপালে পেট ভৰ্তি কৰি ঠাণ্ডা পানী খালে। খোজত পেটটো টোলোক টোলোক বাজিছে।

পানীৰে পেটটো পুৰাই গোপাল নিঃশব্দে বিছনাখনৰ ওপৰত পৰি আছে। অব কেইদিনমানৰ আগৰ খানা কেইটামানলৈ যিমানে মনত পৰিবলৈ ধৰিছে সিমানে পেটটো পকাইছে, আৰু ডিঙিটোৰ ওচৰত তিতা তিতা ভাব এটা হৈছে। যোৱা মাহটোত কেবাসাজো খাবলৈ পালে। খাবলৈ মানে ইমান ভালকৈ সিহঁতে জীৱনত খাবলৈ পোৱা নাছিল। মাগি ফুৰোতে সি কথাটো গম পালে। ঘৰত আহি মাকক ক'লেহি। মাকৰ মনটোও অলপ মুকলি হ'ল। প্ৰথমতে কথাটো শুনি ক'তনো যাব পাৰিম' বুলি হুমুনিয়াহহে চাৰিছিল। কিন্তু যেতিয়া গম পালে হাইস্কুলৰ ফিষ্ট্ভজহে হ'ব, তেতিয়া মনটো ফৰকাল লাগিল। দুই চাৰিটা মানুহ যোৱা দেখাৰ লগে লগে গোপালে মাক আৰু ভনীয়েক অনিমাক তত নোহোৱা কৰিলে। বৰ ডাঙৰ ভোজ হ'ব বুলি ভাবিছিল। বস্তু দম দম। মাছ, মাংস, ডাইল ভাজি চৰিয়াই চৰিয়াই বনাইছে। গোটেই স্কুলৰ ফিষ্টখন মানুহেৰে ভৰ্ত্তি হ'ব বুলি ভাবিছিল, পিছে ঘৰটোৰ বাৰাণ্ডাখনেই নভৰিল। মানুহলৈ বৈ বৈ আমনি লাগিছে। ইপিনে খাম খাম বুলি খোন্দাৰ দিওতে গোপালহঁতৰ পেটে কাউট কাউট হাতীয়ে মতাদি মাতিছে। ভোক লাগিছে। শেষত যিকেইজন গোট খাইছিল তেওঁলোকৰ মুখৰ আগতে ঘূৰণীয়া ঘূৰণীয়া মৰুণীয়া পাতৰ নিচিনা পাতৰ থালবোৰ পাৰি দিলে। মাছে, মঙহে উৰবি গুৰবি খালে। মুখত ডাট্ থকা ক'লা গাহৰীটো যেন সেই মানুহটোৱে বোলে ভোজ খুৱাইছে। গোপালক কাষতে বহা তাৰ নিচিনা বোহিনী শেৱুন নকাই ক'লে। কিবা বোলে ভোটৰ বাবে খুৱাইছে। পেট ভৰাই ভৰাই খালেতো খালেই, ঘৰলৈও তিনিটা টোপোলা বান্ধি ল'লে। তিনিটা টোপোলা গোপালে গামোচাখনত একেলগে বান্ধি মাকৰ আগে আগে ঘৰলৈ আহি আছে। ভোজ খোৱা চৰেই ঘৰলৈ টোপোলা বান্ধিছে।

গোপাল আৰু অনিমাই তেনেকুৱা চাৰিটা ভোজ খালে যোৱাটো সপ্তাহত। ভোজ খালেতো খালেই, ঘৰলৈয়ো টোপোলা বান্ধি বান্ধি আনিলে। ওচৰে পাজৰে চাৰিখন গাৱঁত চাৰিটা একেই ধৰণেৰে ভোজ দিছে একেটা মানুহেই। গোপালহঁতে জান পাইছে।

ভোজ খোৱা ভোট পৰহি হৈ গ'ল। মাকে দুৱাৰ-চিপিয়ায়ো ভোটটো দিবলৈ ৰ'দত ভাগৰলৈ সাহস কৰিব নোৱাৰিলে। মুখটো আচলাই কৰে। [illegible]

নিদিলে কিজানি দোষ হ'ব বা মানুহে ফুচ ফুচাই কোৱাৰ দৰে কিজানি ভোট নিদিয়াবোৰক ৰাতি মৰিয়াবহি কোনোবাই ! সেইবাবেই কান্দুৰী দুৰাৰ বিছনাৰ পৰা উঠিল। কিন্তু বাবলৈ সাহ কৰিব নোৱাৰিলে।

সেই ভোজৰ ভাতবোৰৰ কথাকে গোপালৰ এতিয়া মনত পৰিল। এনেকুৱা ভাত সি জীৱনত খোৱা নাই। সিয়েই নহয়, তাৰ লগৰ বোলে কোনেও খাই পোৱা নাই। এতিয়া দুপৰীয়াও পেটত একো এটা পৰা নাই এতিয়া ৰাতিও নাই। ভোকত চিঞৰোতে অনিমাই বাঘঢকা খাই চেপেটা লাগিল। গোপালৰ পেটত এপেট পানী যদিও তাতে জীয়াই থোৱা মাগুৰ মাছৰ দৰে ভোকটোৱে পকাই ফুৰিছে। তাতে ভোজবোৰৰ কথা মনত পৰিলত পেটত ভোকটোৱে কেকোৱাই চেপাদি চেপিছে। ঘোটোককৈ তিতাপানী এসোপা তাৰ মুখলৈ ওলাই আহিল। পানীখিনি খিড়িকীৰে থুই মাৰি বাহিৰলৈ সি পেলাই দিলে। হয়নে বৌতি" ; গোপালে মাতো নামাতোকৈ মাকক মাতিলে। মাকে একো কোৱা নাই। সি আকৌ ক'লে, "হয়নে বৌতি, ভোটনো আৰু কেতিয়াকৈ হ'ব বাৰু ?"

তাৰ অস্বাভাৱিক কথাটো শুনি মাকে কেঁকাই কেঁকাই ক'লে, "কেলেইনো তোক ভোটৰ কথা। এদাবেপাৰীক জাহাজৰ বতৰা কেলেইঅ' তোক ?"

"উস্ ভোটবোৰ যদি মাহে মাহে হ'লহেঁতেন !" গোপালে ক'লে।

তেতিয়ানো তোৰ কি সোণৰ সোলেংটো হ'লহেঁতেন ?

নহয় অ' তেতিয়া সেই ডাড়ি থকা মানুহটোৱে আকৌ ভোজ দিলেহেঁতেন নহয়। আটাইবোৰ গাঁৱলৈকে ভোজ খাবলৈ গ'লোহেঁতেন। মই ভয়তহে কোৱা নাই ; বৰ ভোক লাগিছে অ' বৌতি। পেটটো অকাই পকাই খামোচ মাৰি মাৰি ধৰিছে। মুখলৈ তিতাপানী ওলাইছেঅ' বৌতি" বুলি গোপালে আজাৰে মুজাৰে খিড়িকীৰে বাহিৰলৈ থুই মাৰি দিলে।

"মোৰো বৰ ভোক লাগিছে অ' দেদা। বৌতিয়ে আকৌ মাৰে বুলিহে মনে [illegible] আছোঁ।" মাকৰ বুকুৰ পৰা অনিমায়ো ক'লে। মাকে একো নক'লে। গোপালে [illegible]নিয়াবলৈ ধৰিলে। □

(১৯৯১)

# মুক্তিপণ

কেবাটাও টোকৰ পৰিল। মই বিছনাতে উঠি বহিলো। টোপনি অহা বেছি পৰা হোৱাই নাছিল। কাৰণ এঘাৰ বাজি যোৱালৈকে মই কিতাপ পঢ়িয়েই আছিলো। লাইটৰ পোহৰত দেখিলো বাৰ বাজি পোন্ধৰ মিনিট এতিয়া। আকৌ টোকৰ পৰিল। দুৱাৰখন খুলি দিয়াৰ লগে লগেই ল'ৰাটো সোমাই আহিল। উজ্জ্বল পোহৰত মই ল'ৰাটো মূৰৰ পৰা ভৰিলৈকে চালো। সি সোমায়েই হাতযোৰ কৰি মোৰ নাম কৈ ক'লে, "আপুনি অমুক নহয়নে ?"

"হয়" বুলি কৈ মই তাক বহিবলৈ চকী এখনলৈ আঙুলিয়াই দিলো। সি কোঠাটোৰ চাৰিওফালে চাই বহো-নবহোকৈ চকীখনত বহিল যেন হেডমাষ্টৰৰ আগতহে নম্ৰ ল'ৰা এটা চকীত বহিবলগীয়া হৈছে। কিছুপৰ মযো একো কোৱা নাই সিও একো কোৱা নাই, দুয়ো দুয়োলৈ চাইহে আছো।

"ছাৰ, কিমান বাজিল বাৰু এতিয়া ? সি ক'লে।" মই বহি থকাৰে পৰা ভিতৰ কোঠাৰ দুৱাৰৰ পৰ্দাখন ফাক কৰি বেৰৰ ঘড়ীটোলৈ চাই ক'লো, "বাৰ বাজি কুৰি মিনিট গ'ল।"

"মই চাবে বাৰমান হৈছে বুলিয়েই ভাবিছিলো।" মই এক্ষেত্ৰ নামাতিলো তাৰ কথাত। তাৰ মিহি দুবৰিবনৰ দৰে নাকৰ তলত আৰু গাল দুখন আবৰি থোকা দাড়িৰ কোমল মুখখনলৈ চালো। নিচেই কোমল মুখ। বয়স কুৰিমান হৈছেনে বাৰু ? এই অকণমান ল'ৰাটো এই মাজ নিশাখন ক'ৰপৰা ওলালহি। কিয় আহিল ? মোক বিচাৰি অহাৰ তাৰ উদ্দেশ্য কি ? বা তাৰ এই ভ্ৰমণৰেই বা উদ্দেশ্য কি ?

"ছাৰ সন্ধিয়াতে আপোনাৰ বাইদেৱে কাম কৰা স্কুলখনৰ ওচৰ পালোগৈ। ছাত্ৰ বাইদেউৰ নাম কৈ ক'ত থাকে ঠিকনা লৈহে আপোনাৰ ঘৰ ওলাইছোহি।" অতিশয় নম্ৰভাবে ক'লে কথাখিনি ল'ৰাটোৱে।

"তুমি কিহত অহা-যোৱা কৰিলা ?"

"যাওতে এজনৰ চাইকেলৰ আগত গ'লো। আহোঁতে খোজ কাঢ়ি আহি আছো।" তাৰ এইষাৰ কথাত মই উচপখাই উঠিলো। ৰাতি ৰাতি তাৰ মানে সি প্ৰায় এঘাৰ কিলোমিটাৰমান বাট খোজ কাঢ়ি আহিল।"

ছাৰ, এইটো আপোনাৰ নিজৰ ঘৰ নহয় নহয় ভাড়াঘৰহে— সি সুধিলে।

"ও ভাড়াঘৰ। চাকৰিৰ কাৰণেহে ইয়াত আছোহি।" "ঘৰৰ কথা ওলালেই মোৰ ভাড়াঘৰ বিচৰাৰ যন্ত্ৰণাৰ কথা মনত পৰি গা জাৰ লাগি যায়। ৰনপুৰ নগৰত এই ঘৰটো বিচাৰি পাওতেই মোৰ ছমাহ লাগিল। ৰনপুৰৰ নিচিনা সৰু নগৰ এখনৰ এমূৰত থকা এই ঘৰটোৰ ভাড়াও পাঁচশ টকা। ইয়াৰ আগতে বিঘৰ বাংলাদেশীৰ ভাড়া ঘৰত আছিলো তেওঁলোকে মোক অসমীয়া বুলিয়েই শত্ৰুজ্ঞান কৰিছিল। গৃহস্থই অতিথি— অসমত।"

"ছাৰ আপোনৰৰ ওচৰত দুটা সহায় বিচাৰিহে মই এতিয়া আপোনাক আমনি কৰিলোহি" বুলি কোমল মুখৰ ল'ৰাটোৱে মোৰ মুখৰফালে চালে। আজি কিছুবছৰ ডেকা ল'ৰাৰ মুখত সহায় শব্দটো শুনি শুনি মই এনেদৰে বিৰক্ত হৈছো যে ল'ৰাটোৰ কোমল মুখখনেহে মোৰ এই মুহূৰ্তত বিৰক্তিটো ঠেলি দিলে। নহ'লে মই উচাট মাৰি তাৰ ওচৰৰ পৰা উঠিয়েই গ'লোহেঁতেন।

কিন্তু এতিয়ালৈকে মই তোমাৰ নামটোকে জনা নাই— ক'ৰপৰা আহিছা ?"

"হ'ব ছাৰ, কম। আমি ইয়াত কথা পাতি থাকিলে বাইদেউহঁতৰ টোপনিত ব্যাঘাত নহ'বনে ছাৰ ?" বৰ অপৰাধীৰ সুৰত ল'ৰাটোৱে সুধিলে। তৰ মুখটোত তথাকথিত কৃত্ৰিমতা বা তথাকথিত ভদ্ৰতা নাই। সঁচাকৈয়ে ল'ৰাটো নম্ৰ আৰু ভদ্ৰ। আজিকালি এনেকুৱা ল'ৰা আমাৰ দেশত চেন্সোলাইত দেখুৱাবলৈ পোৱা টান। প্ৰতিদিনেই বিভিন্ন ঠাইৰ পৰা অহা পাঠক-পাঠিকাৰ চিঠিবোৰৰ দৰেই সমাহিত এই ল'ৰাটো।

"নাই। বাইদেউহঁত ঘৰত কোনো নাই। কালিয়েই ঘৰলৈ গ'ল, মই অকলেহে আছো।"

"ছাৰ আপোনাৰ ওচৰলৈ মই কি সহায় বিচাৰি আহিছো কম— কিন্তু তাৰ আগতে আপোনাৰ লগত দুটামান কথা পাতি লও।"

সি মোৰ লগত ইন্টাৰভিউত বহা চাকৰি প্ৰাৰ্থীৰ দৰে বৰ নম্ৰভাৱে কথা পাতিবলৈ আৰম্ভ কৰিলে। সি ইমান গভীৰকৈ কথাবোৰ কৈছিল যেন বহুত দ পুখুৰী এটাতহে একোটাকৈ শিলগুটি পেলোৱা হৈছে। সি যদিও তথাকথিত অত্যুৎসাহী বিপ্লৱীসকলৰ দৰে কোনো এটা সংগঠনৰ নাম মুখত উচ্চাৰণ কৰা নাই তথাচ মই অনায়াসতে তাৰ সংগঠনটো কি বুজি পালো। আৰু লগে লগেই গৰম চাহ কাপৰ পৰা ওলোৱা ধোঁৱাবে চকুৰ চশমাৰ আয়না দুখন ধূসৰ হৈ পৰাৰ দৰে মোৰ মনটো ধূসৰিত হ'ল— দেহি ঐ এই হেন কোমল ল'ৰাটো। মনৰ অৱস্থাৰ পৰিবৰ্তনৰ কাৰণে মই ল'ৰাটোৰফালে চাই সুধিলো, "তোমাৰ ভোক লগা নাইনে ?"

"ভোক লাগিছে ছাৰ— মই আবেলিতে গুকান কটি দুখন খাইছিলো— কিন্তু ছাৰ ঘৰত খাইদেউও নাই, আপুনি—" তৰুণবাই কথাটো কৈ সি ৰ'ল।

"ৰ'বা— খাইদেউ নাই যদিও ভাত মই ৰান্ধিছিলো— তোমাৰ খাপীবেৰে খালো। ভাত এতিয়াও যথেষ্ট আছে। গাখীৰ গুলি দিও।"

"নাই ছাৰ নালাগে, মই নিমখ তেল আৰু পিয়াজেৰেই খাই ভাল পাম" বুলি সি মোতকৈ আগতেই বহাৰ পৰা উঠিল। বহা কোঠাৰ পৰা পাকঘৰলৈ যাওতে মই এটা এটাকৈ লাইটবোৰ জ্বলাই গৈছিলো। যাওতে তাক ক'লো, "তোমাৰ বয়সৰ দুগুণতকৈয়ে মোৰ বয়স বেছি। তুমি মোক দাদা বা খুড়া বুলিয়েই মাতিবা নহ'লে।" মোৰ কথাবাৰত সেমেনা-সেমেনি কৰি সি ক'লে, "হ'ব ছাৰ।"

তাৰ পাছত সি পৰম তৃপ্তিৰে ঠাণ্ডাভাতখিনি নিমখ তেল সানি পিয়াজেৰে খাবলৈ ধৰিলে। মই মুগ্ধ নয়নে চাই আছো আৰু লগে লগে মোৰ মনত পৰিছে তথাকথিত সেইসকল বিপ্লৱীৰ কথা— যি মাছ-মাংস নহ'লে এসাজো খাব নোৱাৰে। বাতিখন এখাৰ কিলোমিটাৰ খোজকাটি অহা এই অকনমান ল'ৰাটোলৈ চাই মোৰ মনত সেইসকলে টিফিন খিলাবলৈ ধৰিলে যিসকলে মটৰ চাইকেল, স্কুটাৰ নহ'লে এক কিলোমিটাৰ যাব নোৱাৰে। একেই লেবেলৰ যেন দুটা মাল— এটা নকল এটা আচল।

"ছাৰ আপোনাৰ ওচৰলৈ আমাৰ সংগঠনৰ কোনো স্থানীয় সদস্য আহিছেনে কথা-বতৰা পাতিবলৈ ?" ল'ৰাটোৱে কৈ মোলৈ নিচাৰে চালে আৰু মই মাথো এটা সাধাৰণ হাঁহি মাৰিলো। সি লগে লগেই যেগৰ পৰা কিবা কাগজ এখন উলিয়াই চকু ফুৰালে। কাগজখনত কি লিখা আছিল নে ছপা আখৰনে চিয়াহীৰ আখৰ তাকো আঁতৰৰ পৰা মই ধৰিব নোৱাৰিলো। তাৰ পাছত সি কাগজখন আকৌ বেগত ভৰাই থ'লে। থৈ সি মোলৈ পুনৰ চাই ক'লে "আহিবতো লাগিছিল। আপোনাৰ পৰাতো আমি প্ৰচুৰ আদায় কৰিব পাৰো। কিন্তু... ।"

"তুমি পঢ়া-শুনা কিমানলৈকে কৰিলা ?"

"মই ছাৰ দুবছৰৰ আগতেই হায়াৰ ছেকেণ্ডাৰী পাছ কৰিলো।"

"কলা নে বিজ্ঞান শাখাত ?"

"বিজ্ঞান শাখাত ছাৰ।"

"কোন ডিভিজন পাইছিলা ?"

"ফাষ্ট ডিভিজনেই পাইছিলো ছাৰ।" তাৰ কথাত মই উচপ খাই উঠিলো। আজিকালি চায়েন্সত ফাষ্ট ডিভিজন পোৱা ল'ৰাই মেডিকেল কলেজ নাইবা ইঞ্জিনিয়াৰিং কলেজৰ বাবাণ্ডাত দাবী পাতে কিন্তু এই ল'ৰাটোৱে।

"আৰু নপঢ়িলা কিয় ? তোমালোকৰ উদ্দেশ্যৰ ওপৰত মোৰ বিতৰ্ক থাকিলেও শংকা নাই, সন্দেহ নাই, কিন্তু তাকে কৰিবলৈ যাওঁতেও শিক্ষাৰ বহুত প্ৰয়োজন আছে, পঢ়ি শুনি শেষ কৰি লোৱা হ'লেহে ভাল হ'লহেঁতেন হ'ব পায়।"

অভিভাৱকৰ সুৰত ক'লো।

"নহয় ছাৰ পঢ়ি আছো। ছায়েন্স, আৰ্টছ দুয়োটা শাখাৰে কিতাপ গোটাই নিয়মিতকৈ পঢ়ি আছো" বুলি সি ভালদৰে মূৰ কৰিলে। ল'ৰাটোৰ কথাই মোক আকৌ ভিয়েটনামৰ বিপ্লৱী ছাত্ৰ-ছাত্ৰীবোৰক বিঙিয়াই দিয়াৰ দৰে লাগিল যি বন্দুকো চলায়, পৰীক্ষাও দিয়ে, খেতিও কৰে গাঁৱে গাঁৱে নিৰক্ষৰ মানুহকো লেখা পঢ়া শিকায়।

"ছাৰ আপুনি আপোনাৰ প্ৰায়বোৰ লেখাৰ মাজতে সশস্ত্ৰ বিপ্লৱৰ আদৰ্শ প্ৰতিষ্ঠা কৰিব খোজে সেইফালৰ পৰা আমাৰ লগত আপোনাৰ চাগৈ মত পাৰ্থক্য নাই।" ল'ৰাটোৰ কথাত মই স্তম্ভিত হ'লো। মই গল্প লেখিবলৈ আৰম্ভ কৰোতে এই অকণমান ল'ৰাটোৰ জন্মই হোৱা নাই তত্ৰাচ সি কয় বোলে আপোনাৰ প্ৰায়বোৰ লেখাৰ মাজতে...। কিন্তু সংগঠনৰ নামত বুকু ফুলাই থকা মই এনে বহু ক'ব পৰা বিপ্লৱী লগ পাইছো তেওঁলোকে কিতাপ-পত্ৰ পঢ়া-শুনা কৰাটো দূৰৰে কথা- সংগঠনৰ মূৰব্বীয়ে দিয়া বিবৃত্তিটোকে ককাতত নপঢ়ে।

"আছে, এই সম্পৰ্কত মোৰ বহুত কথা আছে– কম, লেখিম– কিন্তু তাৰ আগতে তোমালোকক এটা কথা কও যে এই সংগঠনৰ নামত বহুতে নিজৰ ব্যক্তিগত স্বাৰ্থ পূৰণৰ বাবে লাগিছে– সেইটোৱে সংগঠনটোক আঘাত কৰিব। যিবোৰ মানুহ অসমীয়াই হওক বা অনা অসমীয়াই হওক দেশৰ প্ৰকৃত শত্ৰু তেনে মানুহবোৰেও এই সংগঠনৰ সদস্য বুলি নিজকে কয় আৰু সংগঠনৰ পৃষ্ঠপোষকতাত হোৱা সভা-সমিতিত আগভাগ লয়। দেখা নাই জানো মস্ত দুৰ্নীতিপৰায় মন্ত্ৰী এম,এল,এয়েও এই সংগঠনৰ নাম কৈ অন্যক ভয় খুৱায়। জনমানসত এনেবোৰ মানুহৰ কৰ্ম কাণ্ডই সংগঠনটোৰ প্ৰতি অনীহা আৰু আতংকৰ জন্ম দিব। ই ক্ষতিকাৰক। মোৰ মনত বাঙালী, অসমীয়া বুলি ভেদ ভাব নাই যিয়েই ইয়াত থাকি অসমক প্ৰকৃতাৰ্থত কথাই কামে মাতৃ বুলি ভাবিছে সেয়েই অসমীয়া– নহয়জানো ? ভুল কৈছোনে ?"

"হয় ছাৰ, অসমীয়াৰ সংজ্ঞা আমি তেনেকৈয়ে দিও।"

"কিন্তু ৰবা। সাধাৰণ উদাহৰণ এটা দিও– এটা বাঙালী পৰিয়াল– পূৰ্বৰ পূব পাকিস্থানৰ পৰা অহা– অসমত বোলে দুকুৰি বছৰ আছে– কিন্তু তেওঁলোক সকলো ফালৰেপৰা বাঙালীয়েই হৈ আছে, কংগ্ৰেছৰ বাহিৰে বিপ্লৱী দল তেওঁলোকৰ বাবে নাই, ৰাজীৱ গান্ধীৰ বাহিৰে অন্য চে-গুৱেভাৰা তেওঁলোকৰ বাবে নাই, হাতত ভোট দি হাতীত মালা পিন্ধাইছে– তোমালোকৰ সংগঠনৰ নাম শুনিলেই ঠাকুৰৰ ওচৰত প্ৰাৰ্থনা জনায় ধ্বংস হ'বৰ বাবে– কিন্তু কি আচৰিত চাবিবাৰেও মেট্ৰিক পাছ কৰিব নোৱাৰা ছোৱালী এজনীয়ে এদিন তোমালোকৰ সংগঠনৰ মুখপত্ৰ আৰু কিতাপ কিছুমান মোক দেখুৱাই গৌৰৱ কৰিব খুজিছে যে তেওঁলোকৰ এই সংগঠনৰ লগত সম্পৰ্ক আছে। মইতো অবাক। বান্দৰৰ হাতত ৰামায়ণ কপি কৰিবলৈ দিয়াৰ নিচিনা লাগিল। এইবোৰ কথাই উপকাৰ কৰিব বুলি ভাবানে ? তোমালোকৰ সংগঠনৰ

মুখপত্ৰখন পঢ়িবৰ বাবে বিচাৰি মই হাবাথুৰি খাই ফুৰো কিন্তু সেইটো পৰিয়ালে অনায়েসে পায়। কেনেকৈ ? বন্দুমজা যদি ইয়াতো গজিল বৰ বিপদ হ'ব। কিছুমানে জীৱন-যৌৱন, বৰ্তমান-ভৱিষ্যত হাতৰ অঞ্জলাত লৈ দেশকে আই বুলি ভাবি মুক্তিৰ বাবে খুড়ৰ সাকোত খোজ দিছে আৰু কিছুমানে কিছু ঠাইত তাৰ নামত নিজৰ কথাকে ভৰা যেন লাগিছে ঠিক যেন সোণৰ অসম গঢ়িম বুলি কোৱা এই ৰামনামী কাপোৰ পিন্ধাসকলৰ দৰে।

"হয় ছাৰ, আপুনি ঠিকেই কৈছে। সেইবাবেই প্ৰথম ব্যৱস্থা হিচাপে আচৰণ বিধি দিয়া হৈছে। এইবোৰ স্পষ্টভাৱে লিখি জনচেতনা জাগ্ৰত কৰক ছাৰ। আপোনাৰ নিচিনা মানুহৰ হাতত কলমৰ দৰে অত্যন্ত শক্তিশালী অস্ত্ৰ আছে যেতিয়া, যাৰ দ্বাৰা ইয়াত বহিয়েই দিল্লীৰ গবাকীক ঘাইল কৰিব পাৰি আমাক সেই অস্ত্ৰেৰে সহায় কৰক। আপোনাক আমি ভয় কৰা দেখা নাই আৰু আমি আপোনাৰ সোঁৱে-বাঁৱে আছো।" ল'ৰাটো কিছুপৰ মনে মনে ৰ'ল। ময়ো অলপ বেছিকৈ ক'লো নেকি বুলি ভাবি তভক মাৰি ৰ'লো। তাৰ চিন্তা ইমান দূৰলৈ যাব বুলি ভাবিব পৰা নাছিলো।

"ছাৰ আপোনাৰ লগত কথা পাতি ভাল লাগিছে। পিছে মই আৰু বেছি পৰ বহিব নোৱাৰো। আমি পুৱতি নিশাই এই নগৰ এৰিম।"

"ক'লৈ যাবা ?"

"আমি ছাৰ একালে দীঘলীয়াকৈ যাম। সেইকাৰণেই আপোনাৰ ওচৰত দুটা সহায় বিচাৰি আহিলো" বুলি ল'ৰাটোৱে বেগৰ পৰা দুটা কাগজৰ টোপোলা উলিয়াই হাতত লৈ ক'লে, "ছাৰ মোৰ মা নাই, ঘৰত দেউতা, দুজনী বাইদেউ আৰু ভাই এটা আছে। দেউতাৰ খুব বেছি অসুখ বুলি শুনিছো। আগৰে পৰাই অসুখ আছিল এতিয়া পিছে বৰ টান হৈছে বুলি শুনিলো। মই আজি গৈ প্ৰায় ঘৰৰ পৰা দুই কিলোমিটাৰমান আঁতৰৰ পৰাই ঘূৰি আহিলো। ঘৰলৈ যাবলৈ বহুত চেষ্টা কৰিও যাবলৈ মন বান্ধিব নোৱাৰিলো।

"কিন্তু গৈ এবাৰ চাই নাহিলা !"

"নহয় ছাৰ কাইলে যাবই লাগিব। গ'লে কিজানি আহিব নোৱাৰিম। যেতিয়া মোৰ যোৱাটো নহ'বগৈ। তাতে পুলিচৰ চকুৰ পৰা আঁতৰি থাকিবলগীয়া হৈছে। পিছে ছাৰ আজি দুবছৰৰ আগতে দেউতাই মোক কলেজত নতুনকৈ নাম লগাবৰ বাবে টকা দুশ দিছিল। নাম লগোৱা নহ'ল— মোৰ অন্য কামতহে খৰচ হ'ল। আমাৰ উপাৰ্জন বুলিবলৈ ঘৰত নাই— তাতে দেউতাৰ এই অৱস্থাত— মই ইয়াতে টকা তিনিশ ভৰাই দিছো, ছাৰ আপুনি দি আহিবগৈ লাগে।" ল'ৰাটোৱে কৈ অপৰাধীৰ ভাবত চালে।

"তুমি এই টকা ক'ৰপৰা পালা ?"

"ছাৰ যোৱা ছমাহে মই বিটো অঞ্চলত আছিলো আজৰি সময়ত তাত মই

তিনিটামান টিউচন কৰিছিলো, তাৰ পৰাই টকা গোটাই থৈছিলো। আৰু ছাৰ দ্বিতীয় কামটো হ'ল এইখন ছাৰ মই উপন্যাস বুলি লিখিছিলো। আপুনি সময় পালে চাই থ'বচোন ছাৰ। লোকৰ পঢ়িছোহে লিখাতো নাই। মোৰ প্ৰিয় শিক্ষক ছাৰ আপুনিহে। ছাৰ মই উঠো। সময় হৈছে। বাকী দুজনে মোৰ কাৰণে ৰৈ থাকিব। ট্ৰেইনিঙৰ পৰা আহি আপোনাক লগ কৰিমহি। ছাৰ আপুনি আমাৰ কাম-কাজৰ যদি কিবা খুঁত দেখিছে, তীব্ৰভাৱে সমালোচনা কৰক। সমালোচনাই হ'ল আমাৰ সংগঠনৰ চালিকাশক্তি। সুস্থ সমালোচনা আমাৰ কাম্য।

ল'ৰাটো গ'লগে। সি যোৱা পাছত ৰাতিপুৱালৈকে মই কুমাৰণীয়ে বিন্ধা পইজচোৰাটোৰ দৰে থৰ হৈ থাকিলো। এই অকণমান ল'ৰাটোৰ কি পবিত্ৰতা— কি অধ্যয়ন, কি ত্যাগ। ৰোগশয্যাত পৰি থকা বাপেকক দেখিলে মায়া হ'ব বুলি সি ঘৰৰ ওচৰৰ পৰা ঘূৰি আহিছে।

(প্ৰিয় পাঠক-পাঠিকাসকল— ইয়াৰ পাছৰ কথাখিনি ক'বলৈ মই অলপ সংকোচ কৰিছো— কাৰণ কথাখিনি অতি নাটকীয় আৰু হিন্দী চিনেমাৰ ঘটনাৰ দৰে অবিশ্বাস্য। আপোনালোকে ভাবিব বোলে গল্পৰ বাবেহে মই সজাই কৈছো। নহয়। ল'ৰাটোৰ স্বাৰ্থতে মই তাৰ নাম, পিতাৰ নাম, গাঁৱৰ নাম ইয়াত গোপন কৰিলো। তাৰ পিছত কি হ'ল জানেনে—?)

পিছদিনা পুৱাই মই ল'ৰাটোৱে দিয়া খামটো জেপত ভৰাই স্কুটাৰখন লৈ মই থকা ঠাইৰ পৰা প্ৰায় এঘাৰ কিলোমিটাৰ দূৰৰ গাঁওখনলৈ গ'লো। চুবুৰীটোৰ মূৰৰ মানুহজনৰতে মই স্কুটাৰখন থ'বলগীয়া হ'ল। খোজ কাঢ়ি গৈ আছো। মই চোতালত থিয় হওঁতে চাঙীখন দাঙিবৰ কাৰণে চাৰিজন মানুহে মাৰিকেইডালত হাত দিছে। পৰিস্থিতিটো বৰ্ণনা কৰিবলৈ মোৰ কলম অপাৰগ হৈছে। দুজনী ডাঙৰ ছোৱালী আৰু এটা চেমনীয়া ল'ৰাই শবটোৰ ওচৰত চাঁচ চাঁচ বাগৰি পৰিছে। ইমানকেহে ক'লো। শবটোৰ মুখখন মোৰ চাবলৈ মন গ'ল। জেপত বাপেকৰ ধাৰ পৰিশোধ কৰা তিনিশ টকাৰ খামটো দিব নোৱাৰি এতিয়া। কেনেকৈ দিও— কি বুলি কও। মোৰ পৰিচয় কি দিম মই?

পুৱতি নিশা দেশমাতৃৰ মুক্তিৰ বাবে উঠি যোৱা ল'ৰাটোৰ বাপেক শুই থকা চাঙীখন চাৰিজন মানুহে মোৰ চকুৰ আগেদিয়েই কান্ধত তুলি লৈ গ'ল। ল'ৰাটোৱে কোৱামতে সিহঁতৰ গন্তব্যস্থল পাবলৈ বোলে কুৰিকিনিমান হাবিয়ে-পাহাৰে খোজকাঢ়িব লাগিব। তেনেহ'লে সি এতিয়া গৈ আছে। তাৰ বাপেকো সেৱা কান্ধত উঠি গৈ আছে নদীৰ বালিচৰলৈ। ল'ৰাটো এতিয়া ক'ত থাক!

মই গুচি আহিলো। ঘৰৰ পৰা সি দিয়া টকা তিনিশ মই মণি অৰ্ডাৰ কৰি দিলো তাৰ মাৰেকৰ নামত। আজৰি সময় পাওঁতে মই সি লিখা উপন্যাসখন একে বহাতে পঢ়ি শেষ কৰিলো। সি নাম দিছে মুক্তিপণ। কেঁচাহাতৰ লিখনী যদিও তাৰ

অধ্যয়ন দেখি মই প্ৰকৃততেই হতবাক।

মই বাট চাই আছো। সেই ল'ৰাটোক লগ পাবলৈ মই বাট চাই আছো। মই বহুত ঠাইৰ পৰা চিঠি পাও। বহুত ঠাইৰ পৰা বহুত সংগঠনৰ বহুত মানুহ নিতৌ আহে। আলোচনা কৰে। সাহস দিয়ে, সাহস লয়। কিন্তু মই যেন গণি আছো সেই ল'ৰাটোলৈ। ৰাতি মানে মাজনিশা পশ্চিমৰ পৰা পুবলৈ বতাহ বলিলেই মই দুৱাৰত টোকৰ শুনো। ধমমহাই উঠি গৈ দুৱাৰ খোলো। নাই অন্ধকাৰ। পুবলৈ বলা বতাহে প্ৰায়েই দুৱাৰত টোকৰ দিয়ে।

সীমান্তৰক্ষী বাহিনীৰ লগত সীমা পাৰ হ'ব খোজা কোনো বিদ্ৰোহীৰ লগত সংঘৰ্ষ হোৱাৰ খবৰ শুনিলেই মোৰ বুকুত বলিয়া ঘন্টাৰ কোব পৰে। অদৃষ্টত বিশ্বাস নথকা মোৰ মনটোও সাপে খেৰাৰ খোজা মানুহৰ দৰে কঁপি উঠে।

মই ল'ৰাটোলৈ বাট চাই আছো। সি আহিবনে? সি কেতিয়া বুৰি আহিব? সি বাৰু এতিয়া ক'ত আছে? পুবলৈ বতাহ বলিলেই মোৰ দুৱাৰত টোকৰ পৰে।□

(১৯৯০)

# বলি বিধান

দ্ৰোণকান্ত গোস্বামীৰ ঘৰৰ পূজা ভাগ অঞ্চলটোৰ ভিতৰতে জঁয়াল। দ্ৰোণকান্তই প্ৰথমে নিজেহে কৈছিল যদিও পাছত আইনেও ক'বলৈ ধৰিলে। প্ৰথমে ক'লে দ্ৰোণাকান্তৰ ভাৰ্যাৰ বন্ধুসকলে। মানুহজনী সৰবৰহী। তাৰ পাচত প্ৰচাৰেই হৈ গ'ল। সেয়েহে পূজাভাগত বহুতে বহুত বস্তু এনেয়েও দিয়ে। কোনোবাই দিলে প্ৰতিমাখন। কোনোবা চোৰাংকাঠ ব্যৱসায়ীয়ে দিলে কাপোৰকাণিবোৰ। কোনোজন চৰকাৰী ঔষধবেচা বা ফ্ৰি চেম্পলৰ দৰৱ বেচা চৰকাৰী ডাক্তৰে দিলে মাহ-প্ৰসাদ যাৱতীয়বোৰ। কোনোবা মাৰোৱাৰী বন্ধুৱে দিলে গোসানী অনা নিয়া কৰিবৰ বাবে ট্ৰাকখন। তাৰ বাহিৰেও গোঁসাই ইমান জনপ্ৰিয় যে মোহন পিয়নেহে আচল লেখ দিয়ে। দুৰ্গাপূজাৰ এমাহৰ আগৰ পৰা কালীপূজাৰ পাছলৈকে মণিঅৰ্ডাৰ আহে। এহেজাৰ টকাৰ পৰা দুটকালৈকে। দুশখনৰ কম নহয়। বজাই স্থাপন কৰা গোঁসাই। গোটেই দেশখনতে শিচ্ প্ৰশিচ্ আছে। শিচ্ নহ'লেও পূজাৰ জঁয়াল ৰূপৰ কথা সভাই সমিতিয়ে গোঁসাইৰ মুখত মানুহবোৰে শুনে। ইজনে সিজনক কয়। সিজনে ইজনক কয়। শিছুৰ বছৰ মোহন পিয়নে গোঁসাইৰবলৈ গৈহে তত্ পায়।

গোঁসাইৰ বাপেকৰ অৱস্থা বুলিবলৈ নাছিল দুখৰস্থাহে আছিল। মানুহজন সাধু আছিল আৰু চালাক নাছিল। কাৰণ দুখী দুখী অৱস্থাৰে তেখেতেও পূজা কেভাগ পাতিছিল। কিন্তু পূজাৰ বাবে অৱস্থা ভাল হোৱা নাছিল। নে গোসানীয়ে কৃপা কৰা নাছিল। পুতেকক গোঁসানীয়ে কৃপা কৰিছে। একো চাকৰি বাকৰি নকৰাহ'লেও দ্ৰোণ গোসায়ে অকল পূজা পাতিয়েই বছৰটো চলিব পাৰিলেহেঁতেন। পিছে তেওঁ সংস্কৃতৰ পণ্ডিত। হাইস্কুলৰ সংস্কৃত শিক্ষক। ধনী মানুহৰ ঘৰত যজমানী কৰে। ধনী মানুহৰ দৈবদোষ গ্ৰহদোষ চাই বিধি বিধান দিয়ে। মানুহজন ৰাজনীতিতো আছে। একালত কংগ্ৰেছৰ চাৰিঅনীয়া টিকট বহুত বেছিলে। আন্দোলনবো নেতা হৈছিল স্থানীয়ভাৱে। আচল ঠাই নাপালেগৈ বঢ়িও দুৰ্গতজনৰ বাবে চাউল-ধান কাপোৰ

কামি বহুত উঠালে। মানুহটোৰ লিখাতো হাত আছে। ধৰ্ম কৰ্ম বিধি বিধানৰ ওপৰত কেবাখনো কিতাপ বেটুপাতত নিজৰ ফটো ছপাই ছপাই উলিয়ালে। বিভিন্ন ৰাশিফলৰ কিতাপো উলিয়ালে। ৰাশিফলৰ কিতাপখন বিজনে প্ৰকাশ কৰিছিল তেৱোঁ কম নহয়। গোঁসাই যদি বাবেৰে তেওঁ তেৰেৰে। বাংলাদেশী সন্তান সেই প্ৰকাশজনক দেখিলে অক্সফোৰ্ডৰ স্বত্বাধিকাৰী যেনহে লাগে। কি অহংকাৰ কি বাহাদুৰী। স্কুলীয়া পাঠ্য-পুথিৰ ছপা দামৰ ওপৰত যেতিয়া ৰণ্ডদেৱে যাৰ শতাংশ টেক্স লয় কোনেও নামাতে। ব্ৰেকত বেচাতো আছেই। কোনো লোকক পইচা নিদিয়াকৈ তেওঁ স্বয়ম্ভু লেখকৰ কেবাখনো কিতাপো প্ৰকাশ কৰিলে। আদিৰসৰ কিতাপ। স্কুলীয়া ছাত্ৰ-ছাত্ৰীৰ বাবে ভুল বানান তথ্যৰে পৰিপূৰ্ণ অভিজ্ঞ শিক্ষকৰ দ্বাৰা প্ৰণীত সহায়িকা। ৰণ্ডদেৱে কোনো লেখকক মাননী দি পোৱা নাই। পিছে সেই দেৱৰ পৰাও দ্ৰোণকান্তই ৰাশিফলৰ কিতাপৰ বাবে দহহাজাৰ টকা লেনো ল'লে।

বাস্তৱবাদী লেখকৰ বাবে মডেল চৰিত্ৰ হ'ল দ্ৰোণকান্ত। এজন লেখকে সাহসেৰে এক চতুৰ্থাংশ অঙ্কন কৰাৰ প্ৰয়াস কৰিছিল। লেখাটো ওলোৱাৰ পাছত লেখকক গোঁসাইৰ আত্মীয় মানুহেই আৰু তথ্য দিলে। বৰ ভাল হৈছে বৰ নিখুঁট হৈছে বুলি পাঠকে প্ৰশংসা কৰিলে। গোঁসায়ে এদিন ঘোষণা কৰিলে যোলে মোৰো লেখাত হাত আছে। মযো সেই লেখকৰ ওপৰত উপন্যাস লেখিম। লেখিছিলেও হয়। কেবাজনো প্ৰকাশকৰ ওচৰ চাপিল। প্ৰথম পৃষ্ঠাৰ আধা পঢ়িয়ে লেখাত হাত থকা গোঁসাইক পাণ্ডুলিপি ঘূৰাই দিলে। নিজে ছপা কৰাৰ কথা ভাবিলে। টকা বহুত লাগে। গোঁসাই চালাক। প্ৰকাশকে ওভোটাই দিওঁতেই বুজিলে যে ছপালেও বিক্ৰী নহ'ব। অন্য কোনো উপায় নেদেখি এদিন গোঁসায়ে 'জিক মিক্ টৱৰ' সন্মুখত ঘোষণা কৰিলে যোলে মোৰ এনেকুৱা অস্ত্ৰ সাধনা আছে সেই লেখক সাতদিনৰ ভিতৰত তেজ বমি কৰি মৰিব লাগিব। লেখকে গম পালে। ক'লে যোলে সাতদিন নহয় এবছৰ সময় দিলো। এবছৰৰ ভিতৰত তেজ বমি কৰাব নোৱাৰিলে গোঁসাইৰ তেজ বমি কৰাই থাকিম। যি পৰ্যন্ত গোঁসায়ে নোৱাৰিলো বুলি হাৰ নামানে সেই পৰ্যন্ত গোঁসাইক এৰা নাযাব। এখন এখনকৈ আৱৰণবোৰ খোলা হ'ব। পিছে সাতবছৰ হ'ল লেখকৰ তেজ বমি হওক চাৰি তেজ বেছিহে হ'ল। লেখকে যোলে তওৰ ভণ্ডামীত হাত দিয়াৰ বাবে আদ্যাশক্তিয়ে লেখকক কৃপাহে কৰিছে। গুণমালাৰে গোঁসাই বিভূষিত। লোকৰ উপছৰ বিধান দিয়া গোঁসায়ে যে বংশৰ উপছত পুতেকৰ লগুণ দিলে সেইবোৰ কথা বাদেই আৰু অপৰ্যাপ্ত গুণ আছে। লেখকে সেইবোৰ লোকে সামৰি থৈছে। এতিয়া গোঁসাইৰ জেঠগুটি পুতেকেহে যোলে ঘোষণা কৰি ফুৰিছে যোলে পিতৃবৈৰীৰ প্ৰতিশোধ ল'বই। পিতৃৰক্ত শিৰাই শিৰাই প্ৰবাহিত পুত্ৰৰ গাত। আতে শক্তিৰ উপাসক। শক্তিময় পুত্ৰ সিটো হৈব মহা ঋতি।

এইবাৰো গোঁসায়ে শক্তি পূজাৰ আয়োজন কৰিছে। মণি অৰ্জাৰ আহিছেই

আছে। কণ্টুলৰ দোকানত চেনি বিশ কেজিৰ কথা ক'বলৈ গোঁসাই ওলাই গৈছিল। পিপৰাৰ চোতালত এটা ক'লা পঠা ছাগলী বান্ধি থোৱা আছে। বিউভতি পাৰ্লাৰত চুলি কটা ছোৱালীৰ বেণীডালৰ দৰে নেজডাল জোকাৰি জোকাৰি পঠাই দুবৰিবন চিকুটি আছে। গোঁসাই থমক মাৰি ৰ'ল। চাইকেলৰ পৰা নামিল। ডিব্ৰুগড়ৰ গিৰিধৰ ঢেকীয়াল ফুকনে টকা পাছশ মণি অৰ্ডাৰ যোগে পঠাইছে তেওঁৰ নামত ক'লা পঠা এটা মহাঅষ্টমীৰ দিনা বলি দিব লাগে। ঢেকীয়াল ফুকন আহিব নোৱাৰে। সেয়ে টকাকৈ পঠাইছে আগতীয়াকৈ। কথাটো পাহৰিয়েই আছিল। গোঁসাই যুগৰ লগত খাপ খাই চলিব পাৰে। তেনেকৈ নিজৰ নামত বলি বিধান কৰিবৰ কাৰণে বহুত সেৱকে পইচা পঠায়। গোঁসায়ে এটা ছাগলী কিনে আৰু আটাইবে নামত সংকল্প লয়। তাৰ পাছত আটাইলৈ বলি বিধান নীতিমতেই কৰা হ'ল বুলি এনভলপত নিৰ্মালীসহ সংবাদ আশীৰ্বাদ পঠায়।

পিপৰাৰ ঘৰলৈ গোঁসাই সোমাই গ'ল। নবাৰ ছাল এবছৰতেই নষ্ট হয়। এইবাৰ অসুখৰ কাৰণে নবা কাটিব নোৱাৰিলে। এলাজু ওলোমাদি পুৰণা নবাবোৰ ছালখনত লেটা হৈ হৈ ওলমি আছে। পিপৰাই ভিতৰত কেঁকাই আছে। গোঁসায়ে মাত লগাই দিলে। বৈণীয়েকে ওৰণিখন টানি ওলাই আহি গোঁসাইক ভিতৰলৈ মাতি নিলে। হেলেক পেলেক চকীখন চাদৰৰ আগেৰে মোহাৰিলে। চকীখন মজবুট কৰিবৰ কাৰণে চকীখনৰ তলতে খাজ খুৱাই কাঠৰ টুল এখন লগাই দিলে। গোঁসাই বাহিল। নাতি দূৰতে পিপৰাই বাঁহৰ গাধৈৰে কৰি লোৱা বিছনাখনত কেঁকাই কেঁকাই পৰি আছে।

ভাল পোৱা নাই ?

"ক'ত ভাল পাম গোঁসাই। হেৰিয়ে ক'বৰ নিচিনা যোলে জন্ম কালত ভয় নাই মৰণ কালত ঔষধ নাই।" পিপৰাই কেঁকাই কেঁকাই ক'লে।

"ডিব্ৰুগড়ৰ পৰা ঔষধ দি পঠোৱা নাই জানো ?"

লেখি দিছিল। দুবাৰ আনি খালো। বহুত ধন লাগে। মাটি হালিচাৰ বাবদ আপোনাৰ পৰা নিয়া পাছশ শেষ। কেহানিবাই শেষ হ'ল। একো কামো নহ'ল। টকা সিকাও নাই হেনজানি এতিয়া লেই কেটেঙা যেজৰ পৰা দেৱাই পানী আনিহে খাইছো।

হেৰি নহয় কথাটো মনত পৰোতেই সোধো এই তুমি যোক মাটি পাছ কঠা বন্ধকীতহে দিছা। মই কিনি লোৱা নাই নহয়। বিপদত পৰি ওচৰ চুবুৰীয়া মানুহ মাটি হালিছা মই সাক্ষী কৰি ৰাখি থৈছো। পিছত টকা-পইচা যোগাৰ হ'লে মোকোলাই ল'বা। মানুহে দেখোন কৈছে অথনিয়েই সেয়া শুনিলে সুধিছে যোলে মই হেনো বৰ মন্ত্ৰতে কুঁহিয়াৰতলি মাটি হালিচা ল'লো। তেনেকৈ মানুহক কৈ নুফুৰিবা। গোঁসায়ে ক'লে।

এ' নাই কোৱা গোঁসাই নাই কোৱা। কথাত কথা ওলাওতে অথনি গুৰিনক ক'লো যেনো ক'ডনো আৰু মাটি খুলিব পাৰিম। সেয়া সেই আজৰ বুৰিবাৰ নিচিনাকে

গোঁসাইক যেচাই হ'ল। গুবিন পানতুই তাকে হ'বলা আপোনাক ভেটিছেগৈ। আপোনাৰ দুখিয়াতো আৰু সেয়া মোকোলাব নোৱাৰিলো। তাল খৰত জন্ম পোৱা এই গুবিন নবাখমৰ মতলব আছিল মাটি দুখিয়া লোৱাৰ। "পিশবাই কেঁকাবলৈ ধৰিছে। বেমাৰী মানুহৰ খংটো বেছি হয়। গুবিনৰ ওপৰত খং উঠিল। হেৰি কৰাচোন।" গোঁসায়ে অলপ ভবাব নিচিনা কৰিলে। মনৰ ভিতৰত যেন কোনোবা অদৃশ্য শক্তিৰ লগত যুদ্ধ গথাহে কৰিছে। পিশৰা আৰু বৈণীয়েকে গোঁসাইলৈ একেথৰে চাই আছে।

কওকচোন বাৰু ? পিশবাৰ বৈণীয়েকে ক'লে।

এইবাৰ মহামায়াৰ ওচৰত মহাষ্টমীৰ দিনা নৈবেদ্য এভাগ দি চোৱাচোন। মই বহুত ভাবি চিন্তিহে কৈছো কথাষাৰ। কালি সপোন এটা দেখিছিলো। মহামায়াৰ কৃপা হ'লে বেজ পিয়লী কেলেই ?

নৈবেদ্য দিয়াটো যাবেই দিছক। বিউতাকৰ এগছ দিবলৈ যোগ্য নহয়।

যোৱা দুবছৰে কমৰোৰ ধন ভাঙিলা নে ?

এইটো চিকিৎসাৰ নামত শেষ কাম কৰাচোন। এইকেইটা খনো বেলিৰা ডিব্ৰুগড়তে ভগ্ন হ'ল। বাকীখিনি বাৰু মইয়েই যা-যোগাৰ কৰি দিম ; কিন্তু মূল বস্তুটো তুমি দিব লাগিব। বলিৰ বস্তুটোহে গোঁসানীৰ বাবে মেইন বস্তু। সেইটো সেৱকীয়ে নিজে নিদিলে কামো নহ'ব। শাস্ত্ৰত আছে বোলে। "যথা প্ৰদীপ্তং জ্বলনং পতঙ্গাঃ— তথৈব নাশায় সমৃদ্ধ বেগাঃ।" গীতাৰ শ্লোকৰ শাখীটোকে গাই গোঁসায়ে এনেয়ে চাৰিওকালে এবাৰ চালে। পিশবা আৰু বৈণীয়েকে কিছু পৰ ইমান মনে মনে থ'ল যেন সেই গোঁসাইৰ মুখৰ শ্লোক কাকিত স্বয়ং মহামায়াই কৈ গৈছে যে, সেৱকীয়ে বলিৰ বস্তুপদ নিজে দিলেহে খাপিব।

সেই চোতালত থকা ছাগলীটো তোমাৰ নহয় জানো ?

হয়। সম্পত্তি বুলিবলৈ সেইটোহে আছেগৈ। আজি গ্ৰাহক এজোনাই আটেশ দিছেহি ডাওৰ ল'বাই বোলো পুৰা তিনি পালেহে দিব। কাইলৈ গ্ৰাহকবোৰ অহাৰ কথা আছে। পিশবাণীয়ে ক'লে।

আটেশ বেছিহে দিছে। বাৰু দি হওক দিয়া, এওঁৰ নামত এইবাৰ এই নৈবেদ্যটো মহামায়াৰ নামত দিয়া। শেষ চিকিৎসা এটা কৰি চোৱাচোন। ইমানবোৰ ধন পানীত পেলালেই যেতিয়া দিছে কালি সপোনটোলৈ চাই মোৰ মনে কৈছে এইবাৰ কাম হ'বই। মহামায়াৰ কৃপা হ'লে ঔষধ সেৱাই কেলেই লাগিছে। গোঁসায়ে কথাখিনি যেচ বিশ্বাসপ্ৰৱণভাবে ক'লে। পিশবাই কিছু সময় গোঁসাইলৈ চাই বৈণীয়েকলৈ চালে। বৈণীয়েকৰ লেখোৰ মোখোৰ অৱস্থাটো ওলাই পৰিল।

"বাৰু আপুনি যাওক। মই কাইলৈ দিবা এটা কৰিম।" পিশবাই ক'লে।

"তেনেহ'লে মই উঠো। মই কাইলৈ আবেলি চিলাইক পঠাই দিম। মই তোমাৰ খবৰ এটা কৰিবলৈহে সোমাইছিলো" বুলি গোঁসাই ওলাই আহি বাঁহ আবুৰি

খৰা তেল পিচলা হ'লা পঠাটোৱে তাই তাই চাইকেলত উঠিল।

পিণবাৰ ডাঙৰ ল'ৰা দেবেনে কথাটো মনা নাই। সোতৰ বছৰীয়া ল'ৰাটো বাপেক বেমাৰত পৰাৰে পৰা ঘৰ চলোৱাত লাগিছে। তেনেক্ষেত্ৰত তিনিশ টকা পাব পৰা বস্তু এটা এনেয়ে দি দিব। মাকে ৰবকৈ মুখ মেলা নাই। বাপেকে কেঁকাই কেঁকাই বুজাইছে বোলে ইয়াৰ পাছত আৰু খৰচ কৰিব নালাগে। ভাল হ'লেও হ'ল বেয়া হ'লেও হ'ল ইয়াৰ পাছত আৰু খৰচ কৰিব নালাগে। ইমানদিনে তিনি চাৰিহেজাৰ টকা পানীত পৰিলেই চিকিৎসাৰ নামত। যদি কাম নহয় এই তিনিশ টকাও পৰক। আৰু খৰচ কৰিব নালাগে। শেষত মাকেও মাত লগালে। "বাপেৰৰ ইচ্ছাত বাধা নিদিবি। ভাল হ'লেতো হ'লেই ভাল নহ'লেও মনত শান্তি পাব।" দেবেনে নমতা হ'ল। তাৰ পাছত দুটা ভায়েক আৰু এজনী ভনীয়েক। গোটেই বোজাটো তাৰ মূৰৰ ওপৰত। আজি দুবছৰ দিন ধৰি বাপেক শয্যাগত। আগতে দ্ৰোণ গোঁসাইৰ ঘৰতে হালোৱা আছিল। চাৰিপুৰা মাটি খেতি কৰি দিয়াৰ বাবদ গোঁসাইৰ গৰুৰেই নিজৰ মাটি তিনিবিঘাৰ খেতিটোও উঠায়। বেমাৰ হ'ল। প্ৰথমে বুকুৰ বিষ তাৰ পাছত সৰ্বশৰীৰ বিষালি হ'ল। মানুহটো টেপটেপীয়া দি ফুলিল। মাটি তিনিবিঘা। বন্ধকত গ'ল। গোঁসায়েই পালে। দুবাৰকৈ ডিব্ৰুগড়লৈ নিলে। কামত নাহিল। বাপেকৰ মতে জয়কালত ভয় নাই মৰণ কালত ঔষধ নাই। মিছাকৈ ধনবোৰহে পানীত পৰিল। দেবেনে একোকে ক'ব নোৱাৰিলে। মাকে ফুচফুচাই কোৱা কথাষাৰে তাৰ অন্তৰত আঘাত দিলে। "দেউতাৰ আৰু নাবাচিব চাগে। গতিকে শেষ অৱস্থাত মনৰ ইচ্ছা পূৰণ হ'বলৈ দে!" মুখেৰে একো নকৈ দেবেন কপাবটিভ মিললৈ গ'ল ধান কটিয়াবলৈ। বস্তাই প্ৰতি পচিশ পইচা। ট্ৰাকৰ পৰা গুদামলৈ কটিয়াব লাগে।

সেইদিনা আবেলিয়েই গোঁসায়ে টিপাইৰ হতুৱাই ক'লা পঠাটো নিয়ালে। মহামায়াই ইচ্ছা কৰিছে যেতিয়াম মহামায়াতে লাগক বুলি পিণবাই শোৱাতে হাতযোৰ কৰি প্ৰণাম জনাই বিদায় দিলে। তিনিশ টকা দিবলৈ অহা বেপাৰী যোৱাক আবেলি পিণবাৰ ঘৈণীয়েকে ঘূৰাই পঠালে।

দিনে দিনে মানুহটো খাব নোৱাৰা হৈ আহিল। পানীত পৰি থকা পেলা আমটোৰ দৰে মুখখন উখহি টেপটেপীয়া দিলে। হাত ভৰিবোৰ গোধা ৰোগীৰ দৰে কলগছ হেন আৰু গধুৰ হ'ল। সক কেইটাই পূজাৰ কাপোৰৰ বাবে মাকক খুঁচুৰি আছে। পিণবাই বিছনাৰ পৰাই শুনি থাকে সিহঁতৰ পেনপেনমনি আৰু মাকৰ কেটেৰা মাত, পিণবাই এইটো কথাকে গভীৰভাৱে আশা কৰি আছে যে পূজাটো পাৰ হৈ যোৱাৰ পাছত অন্ততঃ কাম কৰিব পৰাকৈ নহ'লেও বিছনাৰ পৰা উঠিব পৰা হ'ব। মহামায়াই এইকেৰা দয়া কৰিব। আৰু সেই ভাবিয়েই নি শেষ আশা তেল পৰি পিচলা পঠা ছাগলীটো পূজালৈ দিছে।

সোণমৰ দিনাখনৰে পৰা ল'ৰা-ছোৱালীকেইটা গোঁসাইৰ ঘৰৰ পূজাতে

আছে। মখিয়া ভুজুকিয়ে আছে। এইবাৰ গোঁসানী কিমান ডাঙৰ হৈছে, কিমানলৈ এইবাৰ কিমান মানুহক মুখ মেলিছে। গতেনৰ একেত আপোনবাবৰ দৰে গাঁৱলীয়া জীয়া এপুৰ এটা আছেনে নাই ইত্যাদি।

মহাষ্টমীৰ দিনা পুৱা দহবজাৰ পৰা আবেলি দুইমান বজালৈকে ডবা শঙ্খ ঢোল-তাল কাহ-ঘণ্টা বাজিয়েই আছিল। বলিকটীয়া হেও। বহুত বলি বিধান হৈছে। ম'হ বলি দিয়াৰ কথাও আছিল যদিও বলিকটীয়া ইন্দ্ৰ গোঁসায়ে সাহস কৰিব নোৱাৰিলে। পিপৰাই বিছনাৰ পৰাই সেৱা জনাই আছে। বৈণীয়েকক কেৱাবাৰো ক'লে প্ৰতিমাৰ আগত সেৱা এটা জনাই আহিবলৈ। বৈণীয়েক নগ'ল। পিপৰাই অসন্তোষ প্ৰকাশ কৰিছে। বিছনাত পৰাৰে পৰা খুৱাৰ পিন্ধাৰ নোৱাৰা হোৱাৰে পৰা নিজৰ পাটিৰ তিৰোতাজনীয়েও একো কথা নমনা হ'ল।

নৱমীৰ দিনা গোঁসানীৰ জিৰণিৰ দিন। আজি দেৱেনেও জিৰণি লৈছে। সি কোৰথন লৈ বাৰীখনতে কিবা কৰি আছে। পিপৰাৰ আজি গাটো ভাল ভাল লাগিছে। কথাটো বৈণীয়েকেও মন কৰিছে। আগৰ দৰে পুৱাৰ পৰা তেনেকৈ কেকোৱা নাই। চিঞৰ বাখৰ কৰা নাই। ভাতৰ মণ্ড এবাতিও খাইছে। চুঙাটো বিছনাতে লৈ পেচাবো কৰিছে। পেচাব হ'লেই ওখহাটো কমি যাব বুলি ডাক্তৰে কৈছে। কালি ক'লা পঠা ছাগলীটোকে মোৰ বুলি লৈ মহামায়াই সঁচাই চকু মেলি চাইছে।

নৱমী অৰ্থাৎ জিৰণিৰ দিনা পূজাত বলি বিধান নহয়। অঞ্চলটোৰ ধনী ধনী আৰু ডাঙৰ ডাঙৰ চাকৰিয়ালখিনি নিমন্ত্ৰণ কৰি দ্ৰোণ গোঁসায়ে সেই দিনটোত ধৰ্মালোচনী সভা পাতে। আজি মাইকত ডবা কাহৰ শব্দ নাই কিবা বক্তৃতাৰ কথাহে ডাঙৰ ডাঙৰকৈ ওলাইছে। পিপৰাই বিছনাৰ পৰাই নাই বুজা যদিও মন দি কথাবোৰ শুনি আছে। বহুতদিনৰ মূৰত পিপৰাৰ বৈণীয়েকেও আজি ঐ টেঙাৰ বীজেৰে মূৰটো ধুই টেমা ফুৰুকি কুৰুকি সেন্দুৰ অৰুণ উলিয়াই ফোট ল'লে। তাকে দেখি পিপৰাই সুধিলে, "কেনিবা যাবিহঁত নেকি ?" মানুহজনীয়ে একো নক'লে।

ৰাতি দুইমান বজাত চৰফৰণি উঠিল। দেৱেনে বংশীহঁতক মাতি আনিলে। পিপৰাই হেন্দুলি হেন্দুলি টানি টানি উশাহ লৈছে। উশাহটো যেন হাকুটিয়াই আজুৰি আনিবলগীয়া হৈছে। চকুকেটা লুটি খাই খাই গৈছে। চুবুৰীয়া প্ৰায় সকলো মানুহেই গোট খালে। মানুহটোৱে হিকটিয়াবলৈ ধৰিছে। কাউৰীয়ে কাঁ কাঁ কৰোতেই বংশীয়ে বোলে গুণ কাইদেউ ধৰা কি চাই আছা, ধৰা ভৰিৰ ফালে। চেতালত মাত্ৰ দুটাহে চিপ্ টানিলে। তাৰ পাছত পিপৰা সেই আঢ়ে কুৰি বছৰীয়া মানুহটো শুই পৰিল। গাটো ঢাকি দিবৰ কাৰণে বংশীৰ বৈণীয়েকে ভিতৰখনত বগা কাপোৰ এখন বিচাৰি চলাথ লগালে।

মৰিশালিলৈ নিয়াৰ আগে আগে চিঞৰ বাখৰ শুনি বাহিগাৰে গোঁসায়ো আহি ওলালহি। শৱটোৰ শিতানৰ ফালে বৈ চাৰিওফালে চালে। অলপ ওচৰতে থকা

তোপৰাৰ যুঁজৰ ফালে চাই গোঁসায়ে অলপ ৰহি তেওঁলোকে ভাওৰিয়েকে ক'লে, "বৰ ভাল তিথি পালে। বিজয়া দশমীৰ তিথিটো পোৱাটো কম ভাগ্য নহয়। মহামায়াই বেচেৰাক মুক্তি দিলে।"

জাপ মাৰি থিয় হ'ল দেৱেন। সি সাউতকৈ চাণ্ডি সাজি থকা সুৰেণৰ হাতৰ পৰা কপিদা খন থাপ মাৰি আনিলে।

"এই কি কৰ কি কৰ ?" সুৰেণে দেৱেনক আপত্তি ধৰিলে।

"এই বিজয়া দশমীৰ তিথিটোতে এই গোঁসাইটোক বলি দিওঁ। ই চাগা তেজখোৱাই সুচুলাই কুচুলাই ক'লা পঠাটো" দেৱেনে কথা ক'ব নোৱাৰা হ'ল। ল'ৰাটোৱে দাখন মুঠি মাৰি ধৰি কঁপিবলৈ ধৰিলে।

গোঁসাই কোন অলকত লৰ মাৰিলে কোনেও ধৰিব নোৱাৰিলে। বাঁহৰ টুকুৰা এটাত লাগি গোঁসাইৰ পোছটো খোল খাই চুচৰি গ'ল। গোঁসায়ে কুকুৰ লৰ দিবলৈ ধৰিলে। মানুহবোৰে চাই আছে। □

(১৯৯০)

# য'তে আছা ত'তে সবাই মাত দিয়া

মাত দিয়া। তোমালোক য'তে আছা ত'তে সবাই মাত দিয়া। তোমালোকৰ মাত শুনিবৰ কাৰণে আমি আশাকৰীয়া হৈ আছোঁ। মাতা আকৌ। তোমালোকৰ যদি কিবা বিপদো হৈছে তেতিয়াও মাত দিয়া। তোমালোকৰ মাত শুনিলে আমি হাত আগবঢ়াই দি পৰি যোৱাৰ পৰা বচাম নহয়। সম্পদ হ'লেও মাত দিয়া, আমি তোমালোকৰ লগত প্ৰাণখুলি হাঁহিম নহয়। যদি কিবা সংকটত পৰিছা, তেতিয়াও মাতা— আমি উদ্ধাৰৰ বাবে আগবাঢ়ি যাম। আমি সংকটৰ ভাগ লম। ভগাই ল'লে দুখ, বেদনা, সংকট, কষ্ট সকলোবোৰ কমি যাব নহয়। সেইবাবে তোমালোকৰ মাত শুনিবৰ কাৰণে আমি কাণ থিয় কৰি বৈ আছোঁ।

নহ'ব। যদিহে তোমালোকে কেৱল বন্দুকৰ শব্দকে শুনাই থাকা তেতিয়া নোৱাৰোঁ। বন্দুকৰ শব্দ শুনিলেই আমি ভয় খাওঁ। গ'লোহেঁতেন যদিহে তোমালোকে আমাৰ হাতে হাতেও বন্দুক দিলাহেঁতেন। বা বন্দুকৰ ব্যৱহাৰ শিকালাহেঁতেন। কিম্বা বন্দুকনো কিয় ল'ব লাগে, তাক যদি বুজাই দিলাহেঁতেন। আমাৰ হাততো বন্দুক বাৰুদ কিবা থকা হ'লে তোমালোকৰ বন্দুকৰ শব্দৰ সংকেত শুনাৰ পাছত আমিও শূন্যতে বন্দুক ফুটাই সংকেত দি সহাঁৰি দিলোহেঁতেন। কিন্তু আমি কিহেৰে সংকেত দিওঁ। সেয়েহে বোপাইহঁত, আমাক মাত দিয়া। তোমালোকৰ মাত শুনিলেই আমি বাট ল'ম। জানাই নহয় আমি ভোকাতুৰ। ভোকাতুৰ মানুহবোৰে সকলোলৈকে ভয়। ভোকাতুৰ বাবেই দুৰ্বল। দুৰ্বল মানুহে ঈশ্বৰলৈয়ো ভয় কৰে, ভূতলৈয়ো কৰে, আপদলৈও ভয় কৰে, ৰজালৈ-ৰজাৰ অনুচৰ, আমলা, ৰাজকৰ্মচাৰী, গুৰু-গোঁসাই, বলবান মানুহ— এই আটাইবোৰলৈ দুৰ্বল নিসকটীয়া মানুহে ভয় কৰে। সেয়েহে তোমালোকৰ হাতৰ বন্দুকৰ শব্দ শুনি আমাৰ পেটতে হাত-ভৰি সুমাইছে। গৈছে। বন্দুকৰ শব্দ শুনি সৌৰি গৈছে কেতবোৰ তোমালোকৰ ওচৰলৈ। ডাক্তৰ গৈছে, প্ৰকৌশলী গৈছে, গায়ক গৈছে, শিক্ষক গৈছে, লেখক গৈছে, দোকানী গৈছে, চকীৰ

মানুহ গৈছে, ধনী গৈছে ; গম পাইছোঁ আমি। তেওঁলোকেই উভতি আহি বুকু ফুলাই আমাৰ আগত বাহাদুৰি মাৰেহি। পিছে জানিবা বোপাইহঁত, তেওঁলোক যদি গৈছে নিজৰ স্বাৰ্থৰ কাৰণে গৈছে। নিজক ঢাকিবৰ বাবে গৈছে। আত্মৰক্ষাৰ বাবে গৈছে। ভয়ত গৈছে। নিজৰ ইচ্ছাৰে কিবা বুজি বাজি যোৱা নাই। গতিকে এইবোৰৰ পৰা তোমালোকৰ বিপদ বেছি। তেওঁলোক বাইজৰ হকে যোৱা নাই। তোমালোক বিপদত পৰিলে এওঁলোক পলাই যাব। বা তোমালোকক এওঁলোকেই বিপদত পেলাব। চোৰ। চোৰৰ সাহ নাই বাবে আশ্ৰয়ৰ আশাত গৈছে। কিন্তু আমাক মাত দিয়াচোন, আমি সঁচাকৈয়ে যাম। আমাৰ আকৌ এনেকুৱা স্বাৰ্থ নাই বোপাইহঁত। ইহঁত আজি তোমালোকৰ লগত আছোঁ বুলি বাহাদুৰি মাৰি ফুৰিছে— কিন্তু কাইলৈ বাৰু ইহঁতৰ কাৰোবাৰ ঘৰত চৰকাৰী অনুচৰ এটা সোমাওকচোন। চিধাই হাতজোৰ কৰি বাচিবৰ কাৰণে তোমালোকৰ কথা কৈ দিব। তোমালোকৰ সন্তেদ দিব। গতিকে ইহঁতৰ সজাত নাই। নাজানা জানো ভোকাতুৰসকল হ'ল চৌবিশ ঘণ্টাৰ প্ৰহৰী, আৰু পেটভৰি থকাসকলেই হ'ল ঘুমতিত থকা অলস পশু। এওঁলোকৰ সজাত নাই। ইহঁতবোৰৰ নাড়ী-নক্ষত্ৰ আমি ভালদৰে জানো বোপাইহঁত। দেখি আহিছোঁ।

কিন্তু আমাক অবিশ্বাস নকৰিবা। কেলেই, তোমালোকৰ লগৰ যে পৰাখ, সেই সেই আমাৰ হেমৰ পুত্তেক, তাক মিলিটেৰীয়ে বিচাৰি চলাথ কৰোঁতেও আমি জানো লুকাই থোৱা নাছিলোঁ। উলিয়াব পাৰিলেনে বিচাৰি মিলিটেৰীয়ে ? কিন্তু সেইটো পৰাণেই অনবৰতে সেই চৰকাৰী বিষয়াটোৰ ঘৰতে আছিল আগতে। চৰকাৰী বিষয়াটোক তোমালোকে মটৰ চাইকেলৰ পিছতো লৈ ফুৰা দেখোন। তোমালোকৰ ডাঙৰ ডাঙৰ লীডাৰবোৰ আহিলেও বোলে তাৰ ঘৰতে থাকেহি। সিও তোমালোকৰ লগৰ বুলি বাহাদুৰি কৰি ফুৰে। সি মৰাৰ ছাল টানি খোৱা এটা নৰপশু চোৰ। নহ'লেনো সেইকেটা ধনেৰে বাজ অট্টালিকা সাজিব পাৰেনে ? ক'তো এতিয়া পৰাণ এৰাতি থাকিবলৈ যাওঁতেও দেখোন সি নাৰাখিলে। আজি বাটত ঘূৰি ফুৰা বন্দুকধাৰী চিপাহীবোৰলৈ দেখুৱাই ৰাখিব নোৱাৰোঁ বুলি ক'লে। সেইটো পৰাণেই দেখোন পানীৰ মাজত মাছ থকাদি আমাৰ গাওঁখনত এমাহ লুকাই থাকিল। বন্দুকধাৰী মিলিটেৰীয়ে দেখোন পাত্ত পাত কৰিলে বিচাৰি। পালেনে ? নাপায়। আচলতে আমি ভিকহু-বায়ৱবোৰ পানীহে। তেনেহ'লে আমাক মাত দিয়া নাই কিয় ? আমাক মাতো নিদিবা, লগত আমি আছোঁ বুলিও ক'বা, আমি ভু পোৱা নাই।

অৱশ্যে হয়। আমাৰ গিয়ান-বুধি-শিক্ষ-দীক্ষা একো নাই। ক'বলৈ গ'লে আমি ভিকহুবোৰ কণাও, খোৰাও। ক'টোৰ চুক চাবিটো চিনি নোপোৱা মানুহ আমি। আমাৰ লগত তোমালোকেনো কি আলচ কৰি বুধিটো ল'বা, বা গিয়ানটো ল'বা। কিন্তু আমিতো লগত যাব পাৰিম। বাইজখন লগত থাকিলে কম সাহস পাবানে ? তোমালোকে কি কৰিব খুজিছা, আমাৰ লগত আলচ কৰিব লাগিছিল, আমাক আমাৰ

লাগিছিল। আমি এতিয়া গমেই নাপাওঁ নহয় তোমালোক ওলাই যোৱাৰ বতৰা। কাম কৰিবলৈকে ধৰিলা, অথচ আমি গমেই নাপালোঁ। সেইকাৰণে মিলিটেৰীয়ে যেতিয়া তোমালোকৰ কথা আমাক সোধে আমি একো ক'ব নোৱাৰোঁ বুলিলে ওভোতাই ভেকাহি মাৰি উঠে, কোৰাই কোৰাই কয় বোলে, "পোৱেই কংসৰজা, ভাওনালো কাৰ ?" এৰা সিহঁতৰ কথা তেনেবোৰহে।

আমাক বাক অকৰা অবোধ মানুহে কি আও ভাও পাব বুলি নক'লা, কিন্তু আমাৰ মাজতে থকা লেখা পঢ়া জনা মানুহ, দুটা কথা জনা মানুহ, দুটা কথা ক'ব পৰা মানুহ, দুটা কথা শুনিব পৰা মানুহ— বুজিব পৰা মানুহো দুই এটা আছে নহয়। তেওঁলোকক কোৱা হ'লেও বা তেওঁলোকৰ লগত আলচ কৰা হ'লেও আমাৰ নিৰ্বোধবোৰক তেওঁলোকেই দুটা বুজুজা কথা বুজাই দিলেহেঁতেন। সিদিনা আমাৰ গাঁৱৰ সেই জনা বুজাটোক সুধিলোঁ, বোলো হেৰি নহয় এই যে ল'ৰাহঁত ওলাই গৈছে কিয় গৈছে, কি কৰিব, কেনেকৈ গৈছে কিবা গম পোৱানে ? তোমাৰ লগত কিবা আলচ কৰিছিলনে ? বা তোমাক জাব পৰা কিবা জনাইছেনে ? তেওঁ ক'লে "ওঁহো। একো কথা পতা নাই। একো জনোৱা নাই। পিছে অহকাণে পহকাণে শুনিছোঁ তেওঁলোকে বোলে ভিকহৰ উদ্ধাৰৰ বাবেই হেনো মৰণপণ কৰিছে। সেইমতে আগবাঢ়িছে। সেইয়া বৰ ভাল কথা হৈছে।" এতিয়া দেখিছানে, তেৰোঁ অনুমানতহে কৈছে। তোমালোকে যদি তেওঁৰ নিচিনাবোৰৰ লগতেই দুটা কথা আলচ কৰা নাই দুটা কথা জনোৱা নাই আমাকনো ক'ত ক'ৰা ? আমি মুৰুখ মানুহ। কণা মানুহ। খোৰা আৰু বোবা মানুহ। লিপকতীয়া মানুহ। সেয়েহে কৈছোঁ যোপাইহঁত, য'তে আছা ত'ৰে পৰাই মাত দিয়া। আমি আছোঁ নহয়। বিং মাৰাইত।

কথাত কথা ওলায়। দায় দোষ নধৰিবাইত। সেই যে বাপবামৰ পুতেক কানাই খোলাটো তোমালোকৰ লগলৈ গৈছে। সিনো কিহৰ মানুহটোহে। সংসাৰৰ বদমাচ। মদাহী। জিয়ৰী বোৱাৰী তাৰ পৰা ওলাব পৰা নাছিল। ফাকিমাজ। ঘৰৰ এগছ কুটা দুগছ নকৰে। বাপেকটোৱে বেমাৰী দেহাৰে হাল টানি মৰে, সি ডেকা পুতেকটোৱে চৰকাৰী চাহাব থকাদি ফিটাহি মাৰি ফুৰে। তেনেহ'লে আজি কালি বোলে সিও তোমালোকৰ লগত লগ লাগিছে। আমি মুৰ্খ মানুহ। অথচ এটা কথা জানো যে, দহৰ হিত সাধিবলৈ ওলাই যোৱা মানুহটোৰ স্বভাৱ-চৰিত্ৰ সাধু হ'ব লাগিব। সি গিয়ানী হ'ব লাগিব। সি বৰ মৰমিয়াল হ'ব লাগিব। সি কষ্ট সহিব পৰা হ'ব লাগিব। পিছে কানাই খোলাটোৰ আমি দেখাত এইবোৰৰ এটা গুণো নাই। কিন্তু সিও যদি তোমালোকৰ লগৰ তেনেহ'লে আমি কি বুলি ধৰো এতিয়া। সেয়েহে কৈছোঁ যোপাইহঁত— য'তে আছা ত'ৰে পৰাই মাত দিয়া, বা য'তে আছা ত'ৰে পৰাই কথা কোৱা। আমি মাত শুনিলেই বাট ধৰিম। কথা শুনিলেই আলচ কৰিম। কাণ পাতি আছোঁ।

হওঁতে হয়, আমি তোমালোকৰ সমানে সমানে যাব নোৱাৰোঁ। তোমালোকৰ গিয়ান-বুদ্ধি-বল-বিক্ৰম-কলাকুশলত শকতি আৰু মনত সাহস আছে বাবে কোনেৰে গৈছা। কিন্তু আমাকো লগত লৈ যোৱাহঁত। দৰকাৰ পৰিলে এখোজ আগলৈ নিবলৈ দুখোজ পিছলৈ দি এখোজ আগলৈ দিয়া। আমালৈ উভতি ক'ত আছোঁ চোৱাহঁত আকৌ। তোমালোকে অকলেই পাহাৰ বগালে কি হ'ব ? আমি আকৌ পাহাৰৰ ওচৰেই পোৱাগৈ নাই নহয়। দৰকাৰ পৰিলে আমাক হাতত ধৰি নিয়া। আমিও তোমালোকৰ হাতত ধৰিম তোমালোকেও আমাৰ হাতত ধৰিবা। হাতত ধৰা ধৰিকৈ খোজ দিম। তেতিয়া কোনো পৰি নাযাব। এতিয়া তোমালোক কিমান দূৰৈত আছা আমি গমেই পোৱা নাই নহয়।

লগ পোৱা নাই কাৰণে আমি খিং মাৰিয়েই কেইটামান কথা সুধিব খুজিছোঁ। তোমালোকো ঘ'তে আছা ত'ৰে পৰাই কাণ থিয় কৰি শুনাচোন। কোটকোৰা গছৰ কাঁইট এটা এটাকৈ ভাঙি ভাঙি কেনেকৈ গুচৰা। এটা ভাঙিবা দুটাই পোখা মেলিব। দুটা আকৌ নতুন তেজেৰে জোঙা হৈ ওলাব। এতেকে গিয়ানে কয়, গোটেই গছ জোপাকে উভালি পেলাব লাগিব। ...পাও, আনকি চুলি শিপাও অকণো মাটিত থাকিবলৈ দিব নালাগিব। কিন্তু সেইটো ক... ...লে তোমালোকে কেনেকৈ কৰিবা। আমাকো মাত। আমাকো লগত লৈ যোৱা। আমি কুঠাৰ লগাবই নালাগে, দহো বাইজে যেতিয়া ধৰি বল দিম উভাল নোখোৱাকৈ পাৰেনে থাকিব ? হওঁতে আমাৰ হাতত কাঁইটে কিছু বিন্ধিব। তেজো ওলাব পাৰে। কিন্তু এবাৰলৈহে ওলাব। তৰ পাছত বাই শিপা চুলি শিপা পৰ্যন্ত যেতিয়া উঠি আহিব, কাঁইটৰ গছ গজিব কিহৰ পৰা। গতিকে মইনাহঁত, এডাল এডাল কাঁইট ভঙাৰ লাভ নাই। তেনে কৰিলে লাভতকৈ লোকচান বেছিহে। সময়ো লাগিব। সময় লাগিলে আকৌ নতুন নতুন কাঁইট গজিব। নতুন নতুন সমস্যা হ'ব। হাতত অস্ত্ৰ থকা সকলেই সবাতোকৈ চিন্তাশীল হ'ব লাগে।

আমি সিদিনা আমাৰ গাঁৱৰ জনা বুজাটোক, দুখন কিতাপ পঢ়াটোক, দুটা কথা ক'ব পৰাটোক সুধিছোঁ বোলো, কোনো কোনো পণ্ডিতে কৈছে যে অস্ত্ৰ নহ'লেও হ'ব, কথাটো হয়নে বাৰু ? আমাৰ কথা শুনি সি হাঁহি মাৰি ক'লে বোলে নহয়, তেনেই মিছা কথা। মুখ মেলি থাবলৈ অহা বাঘ এটাক অস্ত্ৰ নহ'লে কেনেকৈ হুৰাব ? ফেট তুলি খোট মাৰিব খোজা ফেটী সাপ এটাক হাতত অস্ত্ৰ নাথাকিলে শুদাহাতে কেনেকৈ হুৰাব ? হাত চাপৰি মাৰি হুৰাই দিলেই যেনিবা একেবাৰলৈ ৰ'লেই, কিন্তু আকৌ ছল পালেই সি খোট মাৰিব। ছল পালেই ভিতিত নথ বহুৱাব। গতিকে মাৰিবই লাগিব। মাৰিবলৈ হ'লে বা নিপাত কৰিবলৈ হ'লে হাতত অস্ত্ৰ লাগিবই। অস্ত্ৰ লোৱাজনেই হ'ব লাগে বিবেকবান।

খিং মাৰিহে সুধিছোঁ, বোলো আমাৰ হাতবোৰেই জানো ডাঙৰ অস্ত্ৰ নহয়। সাহসেই জানো ডাঙৰ পাতশাত নহয় ? তেনেহ'লে আমি যদি সকলোৱেই হাত মুঠি কৰি আগবাঢ়োঁ, বন্দুক বাৰুদ কেলেই লাগিছে ? গাত বল নাই যদিও সমূহ বাইজে একেলগে

হেঁচিলে পাহাৰো উঁই হাফলু যেহাদি খহি যাব। সেই কাৰণেহে কৈছোঁ, য'তে আছা ত'ৰে চৰাই মাত দিয়া। নচেৎ দুখোজ পিছুৱাই দি আমাৰ লগলৈ আহি আমাকো লৈ যোৱাহঁত।

মন পোৱা নাই যবে আকৌ বিং মাৰিছে এইটো কথাও বুজিব লগা হ'ল। বোলো তোমালোকে এটা এটাকৈ চোৰবোৰ মাৰি ডকাইতৰ দলক সহায় কৰাহে হৈছে। সিদ্ধেশ্বৰ বা তাৰ দলবোৰ চোৰহে। ইফালে যে পৰমানন্দ কায়স্থ আৰু তাৰ দলবোৰ ডকাইত। এতিয়া এটা এটাকৈ চোৰ মাৰি তোমালোকে ডকাইতৰ দলক সাহস যোগাইছাহঁত। ডকাইতবোৰে যেকোন কিৰিলি পাৰিছে শুনা নাইনে। গোটেই দেশেই যেতিয়া চোৰেৰে ভৰপূৰ হৈ আছে, এটা এটাকৈ মাৰি উচ্ছেদ কৰিব পাৰিবাহঁত জানো! কোটিকেৰা গছৰ কথা যে কৈছোঁ তেনেকুৱাই হ'ব। বুজিছে নোৱাৰা, তেনেহ'লে কিয়নো মাৰিছা আমাক কোঁৱা আকৌ। তৰ চৰাই বিং মাৰি কোৱাহঁত বোল, আমি অমুকটো কাৰণেই মাৰিছোঁ। আৰু পৰমানন্দ কায়স্থৰ নিচিনা জীয়া মানুহৰ নেলু চিঙি তেজপীয়াবোৰৰ এটাকো যে আজিলৈকে তোমালোকে ধৰা নাই! কিয় ধৰা নাই, কোৱা আকৌ। বিং মাৰি হ'লেও কোৱা। আমি শুনিম নহয়। চোৰবোৰ ৰাতিহে আহে— গৃহস্থই সাৰ পোৱা গম পালেই পিছঁত পলায়। কিন্তু ডকাইতবোৰৰ দিন ৰাতি একো নাই। গৃহস্থক হাতে ভৰিয়ে বান্ধি বা গুলিয়াই মাৰি, বা দাৰে ঘপিয়াই সৰ্বস্ব লৈ যায়। গতিকে গম পাইছাহঁতনে, মানুহে ভাবিবলৈ বাধ্য হৈছে বোলে তেজপীয়া ডকাইতবোৰতকৈ সিন্ধি কটা চোৰবোৰেই ভাল একেবাৰে।

বোলো আমাৰ বিং তোমালোকৰ কাণত পৰিছেনে? শুনিছানেহে তোমালোকে আমাৰ কথা? যেনো যেনোৰে আকৌ কৈছে বোলে তোমালোকক হেনো একো কথাই বুজিবই নোৱাৰি, চিঞৰাই বন্দুক দেখুৱাই নিয়াহঁত বোলে। আমি সিহে তেনেবোৰ কথাত পতিয়ন যোৱা নাই দেওহে, কাৰণ তোমালোকনো কাৰ সন্তান। তোমালোক জানো আমাৰেই সন্তান নহয়? আৰু আমি সকলো হেৰুৱাই একোলৈকে ভয় নকৰা হ'লোঁ। বন্দুকেৰে গুলিয়াই আমাক কিমান মাৰিব কোনে? সিমানবোৰ গুলি জানো ক'ৰবাত আছে?

সেয়েহে কৈছোঁ, আমাকো লগত লৈ যোৱা। প্ৰয়োজন হ'লে দুখোজ পিছলৈ দি এখোজ আগলৈ দিয়া। আমাৰ লগত আলচ কৰা, সঠিক-পথ আমি দেখুৱায়ো দিম, আগবাঢ়িও যাম। মাটিৰ যুজ নোলোৱাকৈ কঠিয়া সিঁচা অনুচিত। কোন মাটিত কি খেতি কেনেদৰে কৰিব লাগে, তাকে জানিব লাগিব।

আমাৰ বিংবোৰ শুনিছানে? য'তে আছা ত'ৰে চৰাই মাত দিয়া। কিবা বিপদত পৰিলেও বিং মাৰি কোৱাহঁত। আমি ৰাইজখন মৰি যোৱা নাই নহয়। ৰাইজে পাও দাঙিলেই বাট, হাত মেলিলেই হাত। আমি আগুৰি ধৰিমগৈ।

য'তে আছা ত'ৰে চৰাই মাত দিয়া আমি পথ আৰু কামৰ নিৰ্ণয় কৰোঁ। □

(১৯৯১)

# সঁচাকৈয়ে তোমালোক

বিপ্লৱীনে ? মই এজন বৃদ্ধ। দেখিছানে মোৰ মূৰত এডালো কেচা চুলি নাই। মোৰ মুখত এডালো কেচা ডাড়ি নাই। গতিকে এটা বৃদ্ধ বুলি, এটা আধা পগলা বুলি তোমালোকে মোৰ কথা উলাই কৰি নিদিবা। মইনাহঁত মই কাবৌ কৰিছো মোৰ কথাটো, মোৰ প্ৰশ্নটোৰ উত্তৰ দিয়াচোন— সঁচাকৈয়ে তোমালোক বিপ্লৱীনে ?

ডাহানি গান্ধীয়ে বিলাতী বস্তু বৰ্জন কৰিবলৈ কৈছিল। আমিও বিলাতী শিক্ষা ত্যাগ কৰি ক্লাছ নাইনৰ পৰা স্কুল এৰি ওলাই আহিলো। স্বৰাজ আন্দোলন কৰিলো। তাৰ পাছত মাৰোৱাৰী ফাৰ্ম এখনত কামত সোমালো। আজি আঠৈকুৰি বছৰে মই তাত চাকৰি কৰিছো। দৰ্মহা এতিয়া মোৰ বাৰশ টকা। মইনাহঁত মোৰ লগত কথা পাতিবানে ?

মই জনা নাছিলো। মোৰ ল'ৰাটোক বৰ কষ্ট কৰি বি.এছ.চি পঢ়ুৱাইছিলো। সি অনাৰ্ছ লৈ পাছ কৰিলে। ল'ৰাটো দিনে দিনে গহীন-গম্ভীৰ হৈ ক'বলৈ গ'লে চামোন হৈ পৰিল। মই নিজে নাইনলৈকে পঢ়া মানুহ। ভাবিছিলো ল'ৰাই বহুত কষ্ট কৰি বি.এছ.চি পাছ কৰিলে বাবে ভাগৰতে সি নিৰোকা হৈ পৰিল। সি কিবা কিবি ৰঙা চামৰাৰ ডাঙৰ ডাঙৰ কিতাপ পঢ়িবলৈ ধৰিলে। এদিন সি নাথাকোতে মাকে মোক তাৰ বিছনাৰ তলত থকা কিতাপবোৰ দেখুৱালে। ইংৰাজী, বঙলা, অসমীয়া কিতাপ প্ৰায় আটাইবোৰৰে বকলাপাত ৰঙা ৰঙা। নেদেখাকৈ আন্ধাৰত বছি এডালৰ ওপৰত ভৰি পৰোতে সাপ বুলি ধাৰণা হ'লে যেনেদৰে গাটো জিকাৰ মাৰি উঠে ময়ো কিতাপবোৰ দেখি অৰ্থাৎ মোৰ ল'ৰাটোৰে মনে মনে পঢ়া কিতাপবোৰ দেখি জিকাৰ খাই উঠিলো। ভৰিৰ পৰা মূৰলৈকে মোৰ দেহৰ সমস্ত নোম পেৰেড কৰিবলৈ থিয় হোৱা সৈনিকৰ দৰে পোন হৈ পৰিল। পিন্ধি থকা কাপোৰবোৰত পোন হোৱা নোমবোৰ লাগি গোটেই গাটো আজলিনেৰে খোচাদি খুজিবলৈ ধৰিলে। এখন

কিতাপো হাতেৰে নুচুলো। মই ভাবিছিলো যে ল'ৰাই এইবোৰ ভাল কিতাপ পঢ়া নাই। আপোনাৰ মহাভাব আপুনি চিন্তিছে। কাগজত পঢ়িছিলো এনেবোৰ কিতাপ পঢ়িয়েই কলিকতাত বহুত হেজাৰ যুৱক-যুৱতী মৰিল ; অন্যত্ৰ বহুত মৰিল— মৰি আছে। তেনেহ'লে মোৰ ল'ৰাটোও—

সঁচাকৈয়ে তোমালোক বিপ্লৱীনে ?

মালিকৰ পৰা ধাৰ কৰিলো। দৰ্মহাৰ পৰা কাটি ল'বলৈ ক'লো মাহে মাহে। নতুবা অভাৱ টাইম কৰি ধাৰ পৰিশোধ কৰিম বুলি কথা দিলো। টকা দুহেজাৰ আনি ল'ৰাৰ হাতত দি ইউনিভাৰচিটিত নাম লগাবলৈ পঠালো। এম্ এছ্ চি পাছ্ কৰিব। অইন নহ'লেও প্ৰফেছৰ হ'ব। আঠেকুৰি বছৰ দিনে দহ-বাৰঘণ্টাকৈ গোলামী খটা চাকৰিটোৰ পৰা বেহাই পাম বুঢ়া বয়সত— য'ত এতিয়াহে দৰ্মহা বাৰশ টকা হৈছেগৈ। যজমানী কৰো। বন্ধা বাৰত বা বাতি কৰা পূজা-পাৰ্বনত যজমানী কৰো। দেৱ-দেৱী গোসাই-গোসানীক সন্তুষ্ট কৰিবৰ কাৰণে নহয়— দুপইচা অৰ্জন কৰিবলৈহে যজমানী কৰো। স্কুলত পঢ়ি থাকোতে ল'ৰাই প্ৰায়েই কৈছিল বোলে দেউতা, মই ভালকৈ পঢ়ি-শুনি প্ৰফেছাৰ হম তেতিয়া আৰু আপুনি এইটো চাকৰি কৰিব নালাগে। সেয়েহে ল'ৰাক ধাৰে বাৰে টকা দি পঠাই দিলো এম্ এছ্ চি পঢ়িবলৈ। তাৰ পাছত পইচা গোটাই ৰাখি আছো ; ল'ৰা আহিব, আহিব, আহি হোষ্টেলত চলিবৰ বাবে টকা নিবহি ; নাই। এমাহ গ'ল, দুমাহ গ'ল, তিনিমাহ গ'ল চাৰিমাহ গ'ল— ল'ৰা নাই। দাৰিদ্ৰৰ বাবেই বিয়া দিব নোৱাৰা তিনিজনী যৌৱন যাওঁ যাওঁ হোৱা ছোৱালীৰ মাজত এটা ল'ৰা। মাকে চকুৰপাৰবলৈ ধৰিলে। ঘনে ঘনে তালপাতৰ বিছনীৰে তালুত বা ল'বলৈ ধৰিলে। গেলা কোমোৰাৰ পানী কেইচলুমান তালুত দিলেহে খন্তেকপৰ টোপনি অহা হ'ল। ল'ৰাই কৈছিল বোলে, ইউনিভাৰচিটিত নাম লগোৱাৰ পাছত দুমাহ মানলৈহে ঘৰৰ পৰা পইচা দিব লাগিব ; তাৰ পাছত সি নিজৰ ব্যৱস্থা নিজেই উলিয়াই ল'ব। বুদ্ধি থাকিলে মহানগৰ এখনত নিজৰ ব্যৱস্থা উলিয়াবলৈ বেছি ভাবিব নালাগে। কোনোবা প্ৰেছ এটাত প্ৰুফ চোৱাৰ দায়িত্ব ল'লেই দুটকা আহিব, বাতৰি কাকতৰ চাব এজেন্সী এটা ল'লেও ইনকাম হ'ব, নচেৎ কোনোবা এখন ডাক্তৰ দোকানত ছিচাপ-পত্ৰ চাই দিলেও দুপইচা আহিব। সেইবোৰ একো কৰিব নোৱাৰিলেও তিনিটা প্ৰাইভেট টিউছন ল'লেও চলিব পৰাকৈ উপাৰ্জন হ'ব। তেনেহ'লে ল'ৰাই কোনোমতেই গৈয়েই তেনেবোৰ উপাৰ্জনৰ বাট উলিয়াই ল'লে নেকি যে সি ঘৰলৈ টকা নিবলৈ অহা নাই বা টকা পঠোৱাৰ ঠিকনা দিয়া নাই। কি হ'ল ?

নিজৰ চিন্তাটো চিন্তাই অতে দিনে দিনে শুকাই যোৱা শিলিখাটোৰ দৰে সোঁতোৰা সোঁতোৰ পৰা মাকৰ মুখখনলৈ চাই মই ল'ৰাক বিচাৰি যোৱাটোকে থিৰাং কৰিলো। বেগত কাপোৰ এসাজ, বটলত উতলাই ঠাণ্ডা কৰা পানী আৰু টেঁৰা এটাত

সিজোৱা পিঠাগুড়ি লৈ মই ওলালো। ত্ৰিশ বছৰ দিন ধৰি পেটত পিত্তৰোগ এটা পুহিছো। অকণমান অনিয়ম হ'লেই বাটে পথেও পেটটোত এনেদৰে কামোৰ ধৰে যেন কুকুৰ এটাইহে পেটৰ ভিতৰত সোমাই কামোৰ মাৰি ধৰিছে। সেয়েহে স্থান কাল পাহৰি য'তেই পিত্ত দৈত্যই পেটত কামোৰ দিয়ে ত'তেই সিজোৱা পিঠাগুড়ি আৰু পানী খাব লাগে— তেহে ঠাণ্ডা। তথাচ মই মোৰ ল'ৰাটোক বিচাৰি গ'লো।

নাপালো। ভৰ দুপৰীয়াৰে পৰা সন্ধ্যা পৰলৈকে মই মোৰ ল'ৰাক বিশ্ববিদ্যালয়ত বিচাৰিলো। হোটেলত বিচাৰি চলাথ কৰিলো। হাঁহিৰে উজ্জ্বল সেই ছাত্ৰ-সৰোবৰত কোনেও মোক মোৰ ল'ৰাৰ সম্বাদ দিব নোৱাৰিলে। মোৰ ল'ৰাৰ নামেই শুনা নাই তেওঁলোকে। পগলাৰ দৰে বাটত যাকে লগ পালো তাকে মই মোৰ ল'ৰাৰ নাম কৈ সুধিলো। নাই, কোনেও মোক মোৰ ল'ৰাক চিনি পোৱাৰ কথা নক'লে। শেষত দুজনী ছোৱালীয়ে ওপৰ মহলাৰ কোঠা এটালৈ আঙুলিয়াই দি ক'লে বোলে সেই কোঠাটোলৈ মাজে মাজে ক'ৰবাৰ পৰা জঙ্গী ডেকা এজন আহি থাকেহি বুলি তেওঁলোকে শুনিছে— গতিকে তাতে খবৰ কৰিব লাগে। মই নৰলোৱেই— চিধাই গৈ হেলাই হেকাই খট্‌খটি বগাই সেই কোঠাৰ সন্মুখত থিয় দিলোগৈ। দুৱাৰত তলা মৰা আছে। বৈ আছো। ফোপাই ফোপাই বৈ আছো। মোৰ মুখৰ আগেদিয়েই ডেকা ল'ৰাবোৰে মোলৈকে চাই চাই অহা-যোৱা কৰি আছে। মতো কাকো একো সোধা নাই— মোকো কোনেও একো সোধা নাই। এঘণ্টামান বোৱাৰ পাছত দুজন ল'ৰা আহি তলা খুলি কোঠাটোত সোমাল। মতো সোমালো। সিহঁতে মোলৈ চালে আৰু কাক বিচাৰিছো সুধিলে। মই মোৰ ল'ৰাটোৰ নামটো কৈয়েই লেৰিলো তাৰ আকাৰ প্ৰকাৰ, শ্ৰী-চেহেৰা, চাল চলন সকলো বিৱৰি ক'লো। সিহঁতে মোক বহিবলৈ দিলে। কিছুপৰৰ পাছত সিহঁতে মোক চাহ-পানী আৰু ল'ক খাবলৈ দিলে। মই বৰ তৃপ্তিৰে খালো— কাৰণ ঘৰৰ পৰা টেমাত ভৰাই অনা মুঠৰী পিঠা কেতিয়াবাই শেষ হৈছিল। পিত্ত দৈত্যই কামোৰ মাৰি ধৰে ধৰে অৱস্থা এটা হৈছিল।

মোক ৰাতিটো সিহঁতে ৰাখিলে। পুৱা সিহঁতে মোক সিহঁতৰ পইচাৰেই টিকট কৰি দি গাড়ীত তুলি দিলে। সিহঁতে গাখীৰত চাও সিজাই বাটত খাবলৈ টেমাত ভৰাই দিলে। গাড়ী চলিবৰ সময়ত মই সিহঁতক ক'লো মইনাইঁত সি আকৌ আহিলে যেনেতেনে এবাৰ পঠাই দিবাচোন— বিপ্লৱীবোৰ দেখিবলৈ কেনেকুৱা এবাৰ চাম।

ৰাতিৰ ৰাতিটো সিহঁতে মোক বহুত কথা বুজালে। ল'ৰাকেটাই বৰ সুন্দৰকৈ আমি মেট্ৰিক পাছ নকৰা আগৰ দিনৰ বুঢ়া মানুহে বুজিব পৰাকৈ কথাবোৰ ক'ব পাৰিছিল। সিহঁতৰ কথাবোৰ মই অস্বীকাৰ কৰিব নোৱাৰিলো। হয় গান্ধীয়ে অনা স্বৰাজটো আমাৰ কাৰণে যোজনাহে হ'ল। মই নিজলৈ চায়েই কথাটোত পতিয়ন গ'লো— দুৰ্বলে চকু দিবই নালাগে। মই কিমান দোকানত মাহে ত্ৰিশ টকাত পঞ্চাশ বছৰৰ আগতে চাকৰিত সোমাইছিলো সেই দোকানৰ মালিকে যোৱা আঠেকুৰি বছৰৰ

ভিতৰত দুখনকৈ চাহ বাগিচা ল'লে ; মহা নগৰত চাৰিখনকৈ প্ৰকাণ্ড দোকান কৰিলে । আৰু কত কি কৰিলে লেখ দি অন্ত কৰিব নোৱাৰি । কিন্তু মোৰ দৰমহা কথমপিহে বাৰশ টকা হৈছেগৈ । স্বাধীন দেশত দুখীয়া দিনে দিনে বেছি দুখীয়া আৰু চহকী দিনে দিনে বেছি চহকী হৈ গৈছে। এইখন তেনেহ'লে কাৰবাৰে ৰামৰাজ্য হ'ল । সেয়েহে মোৰ ল'ৰাই হাতত অস্ত্ৰ লৈ এই দেশখনক দৈত্য দানৱ তেজখোৱা যোকৰ পৰা মুক্ত কৰিবলৈ ওলাই গৈছে । প্ৰাৰ্থনা কৰি বা ভিক্ষা কৰি নহয় যুদ্ধ কৰিহে দেশ মুক্ত কৰিব । কাৰণ গান্ধীয়ে ভিক্ষা কৰি আনি দিয়া স্বাধীনতাটোৱেই প্ৰমাণ কৰি দিলে যে ভিক্ষাৰে এটা শ্ৰেণীৰহে লাভ হয়— সকলোৰে নহয় । এইবোৰ কথা কোৱা ল'ৰা দুটাক কিন্তু মই সুধিব নোৱাৰিলো যে মোৰ ল'ৰাটোৰে গ'ল তোমালোক দুটা নগ'লা কিয় ? নুসুধিলো কাৰণ আৰু দুজনী মাকে অজু ঠাণ্ডা কৰি বা গেলা কোমোৰাৰ পানী লোৱা কথাটো ভাবিব নোৱাৰো ; ইতিমধ্যে এই দৃশ্যই মোক তলত কুটাছাইত পেলাই দিয়া জীয়া পৰৰ মানুহ দৰে অৱস্থা এটাত পেলাইছে । ধাৰে বাকী টকা দি ল'ৰাক পঠালো বিশ্ববিদ্যালয়ত ডিগ্ৰী লৈ কলেজৰ শিক্ষক হৈ ধন ঘটিবলৈ কিন্তু ল'ৰাই বিপ্লৱৰ বিশ্ববিদ্যালয়ত হাতত অস্ত্ৰ লৈ শিক্ষক হৈ দিনে ৰাতিয়ে ঘূৰি ফুৰিছে ।

আজি ন বছৰে মোৰ ল'ৰা মোৰ ঘৰলৈ ঘূৰি অহা নাই । সেয়েহে মই তোমালোকক লগ পাবলৈ বিচাৰিছো আৰু সুধিব খুজিছো শঁতাকৈয়ে তোমালোক বিপ্লৱীনে ? ল'ৰাই দেশ মুক্ত কৰিব পাৰিব নে নাই মই ক'ব নোৱাৰো কিন্তু মই মোক মুক্ত কৰিলো । মাৰোৱাৰী ফাৰ্মৰ আঢৈ কুৰি বছৰীয়া চাকৰিটো এৰি দিলো । মেট্ৰিক পাছ কৰি থকা ছোৱালী তিনিজনীয়ে উপাৰ্জি পুৱাৰে পৰা কাণি-মুনি পৰলৈকে টিউচন কৰে। সিহঁতে কেতিয়াবা কেতিয়াবা হাতত একোখন পুৰণা বাতৰি কাকত লৈ আহে । মই চশমা পিন্ধি সেই কাকতবোৰ পঢ়ো । মাকে পঢ়ে বুলি কাকতবোৰ সিহঁতে পিছদিনাখন ঘূৰাই লৈ নোযোৱালৈকেতো সাৱধানে ৰাখোঁৱেই এনেকি চশমাজোৰো মই মোৰ চকুৰ পৰা নেকঢ়াও । মোৰ চশমাজোৰ পিন্ধিহে মাকে কাকতখন পঢ়িব— নিজৰতো চশমা এজোৰ নাই ।

এতিয়া মই তোমালোকক বিচাৰি ফুৰিছো । সেইদৰে বিশ্ববিদ্যালয়ত গৈ মই মোৰ ল'ৰাটোক বিচাৰি ফুৰিছিলো, যাকে পাইছিলো তাকে মোৰ ল'ৰাৰ সম্ভেদ বিচাৰিছিলো ঠিক তেনেদৰেই মই এতিয়া তোমালোকক বিচাৰি ফুৰিছো । ইতিমধ্যে মই ল'ৰাই বিছনাৰ তলত এৰি থৈ যোৱা কিতাপবোৰ পঢ়িলো । আধা নুবুজিলেও আধা বুজিলো । গতিকে মই এতিয়া তোমালোকৰ লগত কথা পাতিব পাৰিম । মই বিচাৰি ফুৰিছো য'তে যেয়ে য'লৈকে আঙুলিয়াই দেখুৱাইছে তালৈকে ঢকা কোবাই ঢকা কোবাই লাঞ্ছিত ভৰ দি দি গৈছো ।

ক'ত তাততো মই কোনো বিপ্লৱীক দেখা নাপালো । পালো, লোপোৱা নহয় ; কেবাটাও ডেকা ল'ৰা পালো । সিহঁত তিনিটাৰে ডিঙিত সোণৰ চেইন ।

ভৰিত বোলে পোন্ধৰশ টকীয়া জোতা। ককালত সাতশ টকীয়া পেন্ট। জেপত পিষ্টল। সিহঁতে চৰকাৰী জিলা বিষয়াৰ লগত কথা পাতি আছে, নে আলোচনা কৰিছে। সিহঁতৰ ঘৰৰ পাছ চোতালত বাপেকে টকা ৰ'দত দিছে। আমাৰ যে গাঁৱত আগৰ চকোৱা ধান সিজাই কালি ৰ'দত মেলি দিয়ে তেনেকৈ ইতিমধ্যে বিপ্লৱৰ কাৰণে গোটোৱা টকা পলিথিনৰ মোনাত ভৰাই মাটিৰ তলত আৰ্মীৰ ভয়ত পুতি থৈছিল আৰু চৰকাৰে চাৰ্টিফিকেট দিয়াৰ পাছত আধাতিতা সেই টকাবোৰ ৰ'দত মেলি শুকুৱাইছে। টকা মেলি দিয়া অলপ ধতুৰা ছাল ছিগা ভিকহ এটা মূৰ্ছা গ'ল। নাবাৰ কিয় ? সিতো চৌদ্ধ পুৰুষত বিপ্লৱ চলাবলৈ গোটোৱা ইমানবোৰ টকা একেলগে দেখা নাই। ক'ত আছে বিপ্লৱী। মইতো তাত এপোৱা চাউলৰ মাৰভাত সিজাই চাৰিটা শিলৰ বাতিত তিনিসাজৰ মূৰত ভাগ কৰি খোৱা মাও চে তুং আৰু তেওঁৰ সহযোগী তিনিজনক নেদেখিলো। মইতো তাত নেদেখিলো নিজৰ জোতাজোৰ পুৰণা সামগ্ৰী বিক্ৰী কৰা বজাৰত বেচি দি সেই পইচাৰে লিখা কাগজ আৰু চিঞাহী কিনি অনা মাও-চে-তুঙৰ সেই সহযোগী বিপ্লৱীজনক। ক'ত গ'ল ? তেওঁলোকে কিন্তু মাওৰ নাম বামুণৰ মুখত আশীৰ্বাদ ফুটাদি ফুটাইছে। মই উভতি আহিলো আৰু সুধিলো বিপ্লৱীক ক'ত লগ পাম ?

আঙুলিয়াই দিয়ামতেই গ'লো। দেখিলো সেইটো দেখোন দেশৰ শত্ৰু চৰকাৰৰ এজন মন্ত্ৰীৰ নিজা বাসস্থানৰ দুই নং শোৱনী কোঠা। দীৰ্ঘদেহী বিপ্লৱীজনে তাত মন্ত্ৰীৰ লগত কিবা আলোচনা কৰিছে। সেই মন্ত্ৰীয়ে মন্ত্ৰী হোৱাৰ আগতেই যে ব্যৱসায় চলাবৰ কাৰণে এক কোটি চৰকাৰী ঋণ লৈছিল পুৰাই দিলেনে ? তেওঁ বিলাসী ধৰুৱা। তেওঁ সেই টকা কাৰ পৰা ল'লে ? তেওঁ আইনমতে ভোটত উঠিবই নোৱাৰে। উঠিল। জিকিল। মন্ত্ৰীও হ'ল। বিপ্লৱী ভাগিনিয়েকৰ লগত শোৱনী কোঠাত গোপনে আলোচনা কৰিছে। কিন্তু তুমি মহান বিপ্লৱীয়ে তেওঁৰ দলৰ মৌজা নেতাবোৰ দেশৰ ঘোৰ শত্ৰু বুলি গুলীয়াই গুলীয়াই মাৰিছা যে মন্ত্ৰী মোমায়েৰালৈ কিয় আঙুলি টোৱোঁৱা নাই।

তেওঁৰ ওচৰলৈ গ'লো। তেওঁক লগ পালো মহানগৰৰ সৰ্বাটোকৈ দামী হোটেলত। তেওঁ তেওঁৰ সুন্দৰী প্ৰেমিকাৰ লগত হাঁহিত মছগুল। তাততো মই লেনীনক নেদেখিলো। সুদীৰ্ঘ দুবছৰ কাল নিচেই ওচৰৰ গাঁৱখনত থকা সত্বেও পত্নীক দেখা নোপোৱা লেনীনক নেদেখিলো।

তোমালোক সঁচাকৈয়ে বিপ্লৱীনে ? কৃষি-কাৰ্য চলোৱাৰ আগতে কৃষকজনে খেতিৰ প্ৰাথমিক কথাকেটা জানি লয়।

কি খেতি হ'ব, কেতিয়া খেতি আৰম্ভ কৰিব লাগিব, হাল কেনেকৈ বাব লাগিব— ইত্যাদি কথাবোৰ নজনাকৈ কোনোবাই খেতি কৰিছেনে ? তোমালোকে কিবা জানানে ? কিবা কিতাপ পত্ৰ পঢ়িছানে ? মোৰ ল'ৰাই পঢ়ি এৰি থোৱা মই পঢ়া

কিতাপ কেখনকে বাক তোমালোকে পঢ়িছানে ? কোন শত্ৰু কোন মিত্ৰ জানানে তোমালোকে ? জেনেহ’লে তুমি দেখোন তোমাৰ লগত ভিকহ্ আই যোগাই ভাই-ভনীক পঁচা চাউল খুউৱা কোটিপতি হৃদয়হীন, নৈতিকতাহীন মানুহজনক পৰম মিত্ৰ বুলি হাতত হাত দি ফুৰিছা। তুমি তোমাৰ পত্নীক দেখোন চিকিৎসাৰ বাবে উৰা জাহাজত ৰাজধানীলৈ নিছা। ক’ত পাইছা টকা মইনা! মইনাহঁত তোমালোকে যে ঘৰ সংসাৰ পাতিছা খুৱাবা কেনেকৈ ? কেনেকৈ কি পৰিশ্ৰম কৰি উপাৰ্জন কৰি নিজৰ নিজৰ পৰিয়াল পুহিবা মোক ক’বানে ? ক’বানে মোক ? ক’বানে আমাক সেই কথা ?

মইনাহঁত তোমালোকে ধন-গুলৈৰ দৰে বিদেশী বেঙ্কত যে শ শ কোটি টকা থৈ ৰখি আছা— সেয়া টকা ক’ত পালা। দেশৰ আটাইবোৰ ধাই শত্ৰুবেই দেখোন এতিয়াও হাতীত উঠি ঘূৰি ফুৰিছে। ক’তা— তোমালোকে দেখোন আঙুলি এটাকে টোওৱা নাই। সেইজন বিপ্লৱীয়ে চীনেমা বাইস্কোপ চলিয়াবলৈ ক’ত পইচা পাইছেহে ! বিপ্লৱত আকৌ বাইস্কোপ। মইহে অবোধ হ’বলা !

মই অবোধ লোক। মই নিৰ্বোধ। মই বুজা নাই। সেইজনে দেখোন বিপ্লৱ চলাবলৈ টকা তুলি ভোটতহে উঠিল। বাপেকো হাৰিল পুতেকো হাৰিল। ক’ত পাইছে ইমান টকা ! সেইজন আকৌ হাৰিল— কিন্তু পুতেক জিকিল।

মই এতিয়া তোমালোকক বিচাৰি ফুৰিছো ! লগ পালে মই তোমালোকৰ কাণে কাণে সুধিম— সঁচাকৈয়ে তোমালোকবিপ্লৱীনে ? কিন্তু মোক তোমালোকে লগ নিদিয়া। মই জানো, যদিও তোমালোকৰ নিৰস্ত্ৰ মানুহৰ বুকু ফুটাব পৰাকৈ হাতৰ নিচান সঠিক তথাচ মোৰ সমুখত পৰিলে তোমালোকৰ সিংহৰ আগত পৰা হৰিণা পহুটোৰ দৰে অৱস্থা হ’ব ; নচেৎ বেঙে মূতা গৰুৰ দৰে বা সাপৰ মুখত পৰা কেপ্ কেপ্ কৰা ভেকুলীটোৰ দৰে অৱস্থা হ’ব।

কিন্তু মই তোমালোকক খেদি ফুৰিম। মই বাটে বাটে বাটকৰা হাটকৰাক আগচি ধৰি চিঞৰি চিঞৰি ক’ম— সঁচাকৈয়ে এওঁলোক বিপ্লৱীনে ? তোমালোকে মোৰ ল’ৰাটোক যে মাৰিলা তাৰ কৈফিয়ৎ দিয়া। তাক দুহেজাৰ টকা দি পঢ়িবলৈ পঠাইছিলো। সি দেশৰ ভিকহ্ জনতাৰ উদ্ধাৰৰ বাবে ওলাই গ’ল আৰু ঘূৰি নাহিল। সি কেনে ধৰণেৰে বিপ্লৱৰ বিৰোধিতা কৰিছিল মোক ক’বই লাগিব। হাতীত উঠি যোৱা সেইবোৰে দেখোন কোটি কোটি টকা কৰিলে, হাতত ধৰি যোৱা এইবোৰে দেখোন কোটি কোটি টকা লুটিছে— ক’তা তোমালোকে দেখোন কান্ধত কান্ধ মিলাইছা, হাতত হাত মিলাইছা। তেওঁলোকৰ মূৰবোৰ বাহি লোৱা নাই কিয় বন্ধুহঁত ? মোৰ ল’ৰাটো কিয় মাৰিলা ? সি তোমালোকে কৰা বৈপ্লৱিক কাম নকৰাটোৱেই অপৰাধ নেকি ?

মই এতিয়া মোৰ ল’ৰাক বিচাৰি ফুৰা নাই। ল’ৰাটোৰ মাকে মনে মনে

পুৰণা খবৰ কাগজত তোমালোকে দিয়া সংবাদ পঢ়িলোঁ। আৰু যোৱা দুবছৰ দিন ধৰি তাতৰ ৰাচখনৰ দৰে বিছনাতে চেপেতা লাগি আছোঁ কথা নকয়। হুমুনিয়াহ আৰু উচুপনি অথবা দীঘল-দীঘল হাঁহি মৰাৰ শব্দহে আমি যোৱা দুবছৰে শুনিছোঁ।

সেয়েহে মই তোমালোকক বিচাৰি ওলাইছোঁ। মোক উত্তৰ দিয়া মইনাহঁত। মোৰ ল'ৰাটোক যে প্ৰতি-বিপ্লৱী বুলি হত্যা কৰিলা আচলতে সি প্ৰতিবিপ্লৱীনে? প্ৰতিবিপ্লৱী কাক কয়? মই যদি কওঁ যে সি কিতাপ পত্ৰ পঢ়ি মগজুত প্ৰকৃত বিপ্লৱৰ কঠিয়া লৈ যোৱাটোৱেই তাৰ কাল হ'ল। সেইবাবেই তোমালোকে তাক পথৰ কণ্টক বুলি ভাবি হত্যা কৰিলা— নহ'লে যে তোমালোকৰ স্বউন্নতিৰ বাবে কৰা বিপ্লৱৰ নিজস্ব পথত সি আগচি ধৰিব।

তোমালোকে মোক মোৰ প্ৰশ্নৰ উত্তৰ দিয়াহঁত মইনা! নহ'লে এই মুহূৰ্তৰ পৰা মই ৰাজপথলৈ ওলাই বাটকৰা-হাটকৰাক আগচি ধৰি সুধিম, "হেৰি ৰ'বচোন ৰ'ব, কওকচোন সঁচাকৈয়ে তেওঁলোক বিপ্লৱীনে? হেৰি শুনকচোন শুনক সঁচাকৈয়ে তেওঁলোক বিপ্লৱীনে? হেৰি কথাটো ভাবি চাইছেনে— সঁচাকৈয়ে এওঁলোক বিপ্লৱীনে? সঁচাকৈয়ে সঁচাকৈয়ে তোমালোক— □

(১৯৯২)

# শ্ৰেণীবোধ

জীয়া সাপ এটাৰ ওপৰত হঠাতে গছৰ পৰা মানুহৰ দৰে উচাপ খাই জিকাৰ মাৰি উঠিল সুখলতা দেৱী। তেওঁৰ হাতৰ পৰা সঁচাসঁচিকৈয়ে কটাৰীখন ঠেলেংকৈ মজিয়াত পৰি গ'ল। ঠাইতে তেওঁৰ মুখটো আচল্লাই কৰাৰ নিচিনা লাগিল যদিও পিছ পলকতে তেওঁৰ মনটো যেন এই মাত্ৰ একমাত্ৰ পুত্ৰসন্তানে পৰীক্ষাত প্ৰথম স্থান দখল কৰাৰ খবৰটোহে পালে— তেনেদৰে আনন্দিত হৈ গ'ল। তেওঁৰ এনে এটা ভাব হ'ল যেন ৰেডিঅ'টোৱে এই খবৰ দিবলৈকে যেন বিশেষ আঞ্চলিক বাতৰিৰ ব্যৱস্থা কৰক। অথবা এইমাত্ৰ শুনা সংবাদটোকে বিকৃতভাৱে ঘণ্টাজুৰি কৈ থাকক। পৃথিৱীৰ সমগ্ৰ ৰাইজে সেই বাতৰি শুনক আৰু তেওঁৰ দৰে মনবোৰ আনন্দিত কৰক। তেওঁৰ বাৰু সঁচাকৈয়ে আনন্দ লাগিছেনে? তেওঁৰ বাৰু সঁচাকৈয়ে মনটো মুকলি হৈছেনে? কোনোবাই যদি এই দুটা প্ৰশ্নকে সুখলতা দেৱীক এই মুহূৰ্তত কৰিলেহেঁতেন কি উত্তৰ পালেহেঁতেন। তেওঁৰ আজি বহুত দিনৰ মূৰত মনটো মুকলি লাগিছে নেকি।

পাকঘৰৰ পৰা সুখলতা সাউৎকৈ বাহিৰৰ বাৰাণ্ডালৈ ওলাই গ'ল আৰু চাৰিওফালে এবাৰ চাই কাকো নেদেখি সোমাই আহিল। সোমাই আহোঁতে সুখলতা দেৱী নামৰ প্ৰায় দুকুৰি পোন্ধৰ বছৰীয়া মহিলা গৰাকী কোঠাটোৰ চুকটোত থকা কাপোৰেৰে ঢাকি থোৱা টুলখনৰ ওপৰত শুকান ফুলৰ মালাৰে প্ৰায় ঢাক খাই থকা ফটোখনৰ ওচৰত কেইমুহূৰ্তমান ৰ'ল যদিও তেওঁ হাতেৰে নুচুলে বা চুবলৈকো আগুৱাও নগ'ল। এতিয়া ঘৰখনত কোনো নাই। ছোৱালী দুজনী স্কুল-কলেজলৈ গ'ল— ল'ৰাটো যোৱা ছমাহ ধৰি মোমায়েকৰ ঘৰত থাকে আৰু বৃদ্ধ স্বামী ভৱানন্দ বৰদলৈ চাকৰিলৈ গ'ল। মাৰোৱাৰী দোকান এখনত তেওঁ হিচাপ-পত্ৰ ৰখাৰ চাকৰি কৰে। পুৱা সাত বজাত যায়, বাৰ বজাত ঘূৰি আহে— আকৌ তেৰ বজাত গৈ পাঁচ বজাত আহে। পঁচিশ বছৰ চাকৰি কৰাৰ পাছতহে দৰমহা এহেজাৰ টকা হৈছেগৈ। আৰু তিনি

ঘণ্টাৰ পাচত মানুহজন ভাত খাবলৈ আহিব। এই তিনি ঘণ্টা সময় সুখলতাই অকলেই মনৰ এই সুখানুভূতিৰ লগত থাকিব লাগিব। দাড়ি, চুলি, চেলাউৰি অকালতে কপাহৰ দৰে বগা হৈ যোৱা তিনি কুৰি বছৰীয়া ভৱানন্দ বৰদলৈ বা তেওঁৰ স্বামীয়ে ক'ত ৰেডিঅ'ৰ আঞ্চলিক বাতৰি শুনিবলৈ পাইছে। কোনোবা মুনিব-তুনিবে শুনি যদি খবৰটো দিছে।

ছমাহৰ আগতে স্বামী ভৱানন্দই জপনাখনৰ সন্মুখৰ পৰা দুটা মানুহৰ কান্ধত ভৰ দি আহি ঢাঁচকৈ চোফাখনত যেতিয়া বাগৰি পৰিছিলহি তেতিয়া সুখলতা প্ৰায় তিনি ছেকেণ্ডমান নিৰ্জীৱ হৈ ৰৈ যি ঢাপলি মাৰিছিল — জপনাখনৰ ওচৰ পাওঁতে গাত চাদৰেই নাছিল— ব্লাউজ আৰু মেখেলাখনহে আছিল। ডাঙৰ জীয়েক ৰিমাইহে চাদৰখন মেৰাই দিছিল।

এই মহানগৰত পঁচিশ বছৰে চাকৰি কৰিহে এহেজাৰ টকা দৰমহা পোৱা চাকৰিয়াল এজনে ঘৰ চলাই ল'ৰাক বিএ পাছ কৰোৱাটো কিমান কষ্টৰ কথা ভুক্তভোগীয়েহে জানে। ভাগ্যে বাপেকৰ দিনৰ পনিয়লী বেৰৰ টিনৰ ছালিৰ ঘৰটো আছিল বাবেহে। তেনেকৈয়ে বিভৱে বিএ পাছ কৰিছিল। টলৌ টলৌকৈ চাকৰিৰ বাবে ঘূৰি ফুৰিছিল। দিনটোৰ বেছিভাগ সময় থাকে ৰাজধানীত। ঘৰৰ পৰা ৰাজধানীলৈ আঠ কিলোমিটাৰমান হ'ব, কিন্তু অহা-যোৱা কৰোতে কৰোতে বিভৱৰ পাকঘৰ পৰ্টিকৰ মাজৰ দূৰত্ব যেন লগা হ'ল। পুৱাই যায় কেতিয়াবা মাজ নিশাহে ঘৰ সোমায়। তাৰ টেবুলৰ ওপৰত থোৱা ভাতৰ কাঁহীৰ ঢাকোনখন দাঙে বা নাদাঙেই। তাৰ আহ-যাহৰ নিয়মানুবৰ্তিতা দেখি চুবুৰীয়াই সুধিছিলহে বোলে বিভাৱে সৰু সোনকালে চাকৰি পালে। চুবুৰীটোৰ মাজত গতানুগতিক আহ-যাহ এটা থাকিলেও সুখলতাহঁতৰ ঘৰলৈ সেই সুঁতিটো নোসোমায়। অইন একো কাৰণ নাই কোনেও মুখ খুলি আলোচনাও নকৰে অথচ তাৰ মূলতেই তেওঁলোকৰ নিঃকিন অৱস্থাটোহে। ঘৰৰ ওপৰতে ঘৰ জাপ যোৱা চুবুৰীটোত তেওঁলোকৰ ঘৰটোৰ বাহিৰে বাকীবোৰ ঘৰলৈ চকুৰে চাব নোৱৰা অৱস্থা। চমকিত হয় চকু। বিয়া খাবলৈ পিন্ধি যোৱা পাটৰ কাপোৰত কেনেবাকৈ ডাইলৰ চেকা এটা লগাৰ দৰে তেওঁলোকৰ ঘৰটো চুবুৰীটোত এটা চেকাৰ দৰে আছে। সেইটোৱেই আহ-যাহ নোহোৱাৰ কাৰণ, তাৰ বাহিৰে কাৰোৰে লগতে মনান্তৰো নাই মতান্তৰো নাই। ৰিমাইহঁতৰ লগত পঢ়া দুই চাৰিজনী কদাচিৎ সোমালেও জৰ জুখিবলৈ মুখত ভৰোৱা থাৰ্মমিটাৰ ডালৰ দৰে সীমিত সময়ৰ বাবেহে। বাৰ্থ দে জাতীয় উৎসৱলৈ নিমন্ত্ৰণ নকৰিলেও বিয়া-বাৰু উপনয়ন জাতীয় উৎসৱ-পাৰ্বণলৈ অৱশ্যে চুবুৰীয়াৰ নিমন্ত্ৰণ থাকে। সেইবাবেই প্ৰতি পুৱাই কেতিয়াবা বাপেকতকৈয়ো আগতে ওলাই যোৱা বিভৱৰ কথা চুবুৰীয়াই নিজৰ মাজতেই কোৱাকুই কৰিছিল।

এদিন বিভৱে বাপেকক টকা পোন্ধৰ হেজাৰ যেনেতেনে যোগাৰ কৰি দিব পাৰিব নেকি সুধিছিল। বাপেকে লগে লগেই ক'লে যে এটা মগেৰে দহ লিটাৰ পানী

একে কোৱেই অনাৰ কথা ভৱাৰ দৰে হৈছে পোন্ধৰ হেজাৰ টকা বিচৰাটো। কাৰণ পোন্ধৰ হেজাৰ নালাগে পোন্ধৰ শ টকাও তেওঁ যোগাৰ কৰি দিব নোৱাৰে। অৱশ্যে ক'লে যদিও বাপেকে তেওঁৰ কাৰ্যৰ মালিকৰ আগত কথাটো উলিয়াইছিল। মালিকে তেওঁৰ কথাৰ উত্তৰত যিখিনি কথা ক'লে সেইখিনি কথা তেওঁ কাৰোবাক কোৱাটো দূৰৰে কথা মনতে নিঃশব্দে ভৱাৰ কথা গম পালেও 'কাইলৈৰ পৰা আপুনি চাকৰিলৈ আহিব নালাগে' বুলিহে মালিকৰ পৰা শুনিব লাগিব। সেয়ে তেওঁ কথাটো নুলিয়ালে যদিও এবাৰ পুত্ৰেকক সুধি চাবলৈ মন কৰিছিল যে সিনো কি ভাবিছে। এটা কেৰেণীৰ চাকৰিৰ বাবেহে টকাখিনি বিভৱে বিচাৰিছিল। সেইটো চাকৰিৰ দাম বোলে পঁচিশ-ত্ৰিশ হেজাৰলৈকে উঠিছে কিন্তু মন্ত্ৰীৰ ঘনিষ্ঠ বন্ধু এজনৰ সহযোগতহে তাৰ বাবে পোন্ধৰলৈ আহিছিল।

তাৰ পাচৰ কথা সকলোৱে জানে। সি বোলে দেশৰ শত্ৰু দল এটাৰ লগ লাগিছে। আজিকালি বোলে সি সেই দলৰ লেখৰ মানুহ। কুৰেও গাড়ীতে আৰু একেলেঠাৰিয়ে ছয়-সাত দিন পৰ্যন্ত ঘৰলৈ নাহে। ক'ৰবাত দূৰণিলৈ পাৰ্টীৰ কামত যাব লাগে। আগৰ দৰে আৰু বিভৱে ঘৰত টকা নিবিচাৰে বৰঞ্চ ভায়েক-ভনীয়েকহঁতে তাকহে টকা-পইচা বয়-বস্তু বিচাৰে। ঘৰৰ চোতালত এদিন সি ইটা বাদিও নচালেহি। যিহেতু পোন্ধৰ হেজাৰ টকা বাপেকে যোগাৰ কৰি দিব নোৱাৰিলে গতিকে সি টকা ক'ত পাইছে সেই সম্পৰ্কেও বাপেকে নুসুধিলে যদিও মনে মনে নভবাকৈ নাথাকিল। এদিন ৰাতি তেওঁ পৰিবাৰ সুখলতাক সুধিছিল বোলে ল'ৰাই দেখোন ক'ৰবাত ভিডিঅ' বা চেলচ্‌টেক্সৰ চাকৰি কৰাৰ দৰে কাম কৰিছে, কথাটো অলপ গমি অবাজেন। নে ঠিকা-ঠুকলিকে ক'ৰবাত বেছি টকাত কৰিছে নেকি। নুসুধিলে। মাকে নুসুধিলে। কিন্তু এটা ডাঙৰ টিভি যিদিনাখন ঘৰলৈ আনি লোহাৰ খুটাত এণ্টেনা ওলমালে মাকে সুধিছিল, 'কিমান পৰিল ?' কিমান পৰিল তইঁতক কেলেই ? 'ঊনেশ হেজাৰমান পৰিল' বুলি বিভৱে যেন গেঙেৰিহে মাৰিলে। তাপ মাৰিলে সেইকালে মাক। আৰু এটা আচৰিত কথা হ'ল। কোনেও নভবা কথা। যিটো দলত বিভৱে দিনে ৰাতিয়ে ঘূৰিছিল সেইটো দলেই চৰকাৰ পাতিলে। সেইটো একো আচৰিত কথা নহয় আচৰিত এইটোহে যে কোনোবাই ক'ৰবাত চৰকাৰ পাতিলে, মন্ত্ৰী-এম এল এ হ'ল— কিন্তু বিভৱক বিজৰি মানুহৰ সমাগম হ'ল। অকল সমাগমেইনে— কোনো শুদাহাতে নোযোৱা হ'ল। হাতে হাতে টোপোলা। অকল সিমানেইনে— কেৱল বিয়া-উপনয়নলৈ মতা ওচৰ-চুবুৰীয়াবোৰো এতিয়া পুৱা-গধূলি আহিবলৈ ল'লে। চুবুৰীটোৰ প্ৰায় সকলো মানুহেই চৰকাৰী চাকৰিয়াল। সেই চাকৰিয়ালখিনি বিভৱৰ ওচৰত দেখিলে আগতে নেদেখা বোৱে এনে এটা ভাবহে কৰিব যেন বিভৱ এই সকলোৰোৰ চাকৰিয়ালৰ ওপৰৱালা বিষয়াহে। যদিও বিভৱে বাপেকক মাহোৱাৰী কাৰ্যৰ চাকৰিটো এৰি দিবলৈকে কৈছিল অথচ পঁচিশ বছৰীয়া চাকৰিটো পুত্ৰেকৰ একেষাৰ কথাত

বাপেকে এবাৰ কথা নাভাবিলে। মালিকে কথাটো কেনেবাকৈ গম পাইছিল নেকি। এদিন এক কিলোমান কালাকন্দ মিঠাইৰ টোপোলা এটা লৈ বিভৱৰ ঘৰ পালেহি। বিভৱক তেওঁ ক'লে যোলে ভবানন্দ বাবুক তেওঁতো এৰি নিদিয়েই তাৰ পৰিবৰ্তে মেনেজাৰ পাতিব পাৰি নেকি তাকেহে ভাবি আছে।

আজিকালি বিয়া-বীয়াও কেতিয়াবা ধনী বিষয়াৰ ছোৱালী যোবাদি মাৰুতী গাড়ীতহে কলেজ-স্কুললৈ যায়। লগৰ বান্ধৱীৰ লগত টিভিৰ চিৰিয়েলৰ আলোচনা কৰিবলৈ বিচাৰে যদিও বান্ধৱীবোৰৰ বাবে চিৰিয়েল আলোচনাৰ বিষয়ৰ পৰা কেতিয়াবাই উকলি গৈছে। আগৰ লগৰ ছোৱালীয়ে টিভিৰ চিনেমা চিৰিয়েলৰ বিষয়ে আলোচনা কৰিলে ইজনীয়ে সিজনীৰ মুখলৈ চায়। এতিয়া সিহঁতে আলোচনা কৰিলে ইজনী সিজনীয়ে চকুলৈ চাই বিমাহঁতে নেদেখাকৈ চকুৰে ইচাৰা মাৰে। ঠিক তেনে দিনতে— ৰমেনে—

ঠিক যেন খৰকাল বতৰত নিমজ চোতালত হুঁচৰি গাই থাকোতেই আগজাননী নিদিয়াকৈ হুৰহুৰকৈ বৰষুণ আহিলে যেনে এটা পৰিবেশৰ সৃষ্টি হয় ঘৰখনতো তেনে এটা পৰিবেশ হ'ল। খবৰটো লৈ অহা বাপেকে পদূলিমুখত গাড়ীৰ পৰা নামি দুজনৰ কান্ধত ভৰ দি আহি চোতালখনত যেতিয়া বাগৰি পৰিল তেতিয়া কেইছেকেণ্ডমানৰ কাৰণে ঘৰখন মৃত মৌন হৈ পৰিল। পিছ মুহূৰ্ততে মাক সুখলতা দেৱীয়ে বিটো চিঞৰ মাৰি দৌৰ মাৰিলে গাৰ চাদৰখন পিচতহে জীয়েকে গাত মেৰাই দিছেগৈ।

মাৰি পেলালে। কোনোবাই পানখন ল'বলৈ পান দোকানখনৰ ওচৰত ৰওঁতেই তিনিটা গুলী মাৰিলে আৰু ভাগিল। গুলী দুটা বুকুত সোমাল এটা খোদ মূৰতেই সোমাল, ক'ত বাচিব। সুখলতা দেৱীয়ে সেইবোৰ সেই মুহূৰ্তত দেখা হ'লে হাৰ্টফেইল কৰিলেহেঁতেন। জগনামুখৰ পৰা দাঙি অনাদি আনি মানুহজনীক ভিতৰত চাৰিজনীমান মানুহে হেঁচা মাৰি ধৰিও ৰাখিব পৰা নাই। তিনি ঘণ্টামানৰ পাচত যেতিয়া ক্ষত-বিক্ষত বিভৱৰ দেহাটো পুলিচে আনি চমজাই দিলেহি তেতিয়া আকৌ চাৰিজনী মানুহে হেঁচা মাৰি ধৰি ৰাখিব নোৱৰা মানুহজনী বিছনাৰ পৰাই উঠিব নোৱৰা হ'ল। আকৌ চাৰিজনীমানেহে ধৰি মেলি শটোৰ ওচৰলৈ আনিলে।

যি নীৰৱ হ'ল হ'লেই। আগৰ দৰে মানুহো নহা হ'ল। ইটা-বালি চিমেন্টবোৰো দম হৈ থাকিল। ইটাবোৰৰ বৰণ সেউজীয়া হৈ যাবলৈ ধৰিলে। বালিৰ ওপৰত চাকনলৰ গছ এডিডি হ'ল। মুখ্যমন্ত্ৰীয়ে নিজেই আহি এক লাখ টকা আৰু চাকৰি দিয়াৰ কথা ঘোষণা কৰিলে। আনিবলৈ যোৱা নাই। যাব কোন। বুকুত বিকুৰা জুই জ্বলিছে টকা বা চাকৰিয়ে নুমাবলৈ নাই দাউ দাউকৈ জ্বলিবহে।

কিন্তু অলপ আগতে ৰেডিঅ'ৰ আঞ্চলিক বাতৰিটোৱে যেন সুখলতা দেৱীৰ বুকুত জেলিয়ান শিখাৰে জ্বলি থকা জুই কুৰাত জলপ্ৰপাতে ঢলাদি পানী ঢালি নুমাই

ছাই কৰি দিলে। তেওঁৰ গাটো শীতল লাগি গ'ল। ইমান প্ৰশান্তি তেওঁ যোৱা ছমাহে নহয় দুকুৰি পোন্ধৰ বছৰীয়া জীৱনতেই নাই পোৱা কিজানি ! কোনো সন্দেহ কৰিবলগীয়া বা কাকো সুধিবলগীয়া কথাই নহয়— নিজ কাণেৰে স্পষ্ট শুনিছে তেওঁ। সেইটোৱেই নাম— তেওঁ নিজ কাণেৰে শুনিছে। বাতৰিকাকতলৈ বাট চাব নালাগে। তথাচ ছবিখন দেখিলে আৰু ভাল লাগিব। মনৰ উৎসাহতে তেওঁ বৰা-বড়া বাৰতীয় কামবোৰ কৰিবলৈ ধৰিলে। সদায়েই লাগি থকা মুখধুৰণিটো যেন মুখপ্ৰশান্তিলৈ পৰিবৰ্তন হৈ গ'ল।

দেখা গ'ল কোনেও কাকো মুখ খুলি কোৱা নাই যদিও ঘৰখনৰ চাৰিওটা প্ৰাণীয়েই যেন মুকলি মনৰ হ'ল। বাতৰিকাকতখন— বাপেকে লৈ অহা বাতৰিকাকতখন— সুখলতায়ো জীয়েক দুজনীৰ লগতে মনে মনে পঢ়ি গ'ল।

ঠিক হৈছে আৰু হ'ব লাগে। বিমাই ক'লে।

দেউতাকে ক'বহে লাগিব বাতৰি কাকত এখন বেগুলাবলি ল'বলৈ। বীমাই ক'লে।

সুখলতাই একো নক'লে। তেওঁ সুখ সাগৰত ডুবিছে— সঁচাই সুখলতা নামটোৰ সাৰ্থক হৈছে যেন। তেওঁ সুখী।

এসপ্তাহমানৰ মূৰত তেওঁৰ এটা অদ্ভুত খেয়াল হ'ল। তেওঁ কথাটো কাকো নক'লে যদিও মনে মনে সিদ্ধান্ত ল'লে। কথাটো গিৰিয়েককো নক'লে যদিও তেওঁ বিস্নাৰ ভাৰাৰ বাবদ দহটা টকা গিৰিয়েকক খুজি ল'লে। তেওঁলোকৰ ঘৰৰ পৰা সেইখন ঘৰলৈ তিনি কিলোমিটাৰমান হ'ব। এই কেইদিন ৰেডিঅ'ত বাতৰিটো শুনাৰ পৰাই বিটো শান্তি পাইছে নিজ চকুৰে সেই মাকজনীক দেখিলে তেওঁৰ সুখৰ পৰিমাণ বৃদ্ধি হ'ব আৰু সেই দৃশ্যাই তেওঁৰ মনত মচিব নোৱৰাকৈ সুখৰ দাগ কাটি দিব। ক'বলৈ গ'লে সুখৰ খোদাই কৰা হ'ব।

গ'ল। বিমাক লগত লৈ তেওঁ গ'ল। বাটতহে বিমাক ক'লে কথাটো। বিমাই শুনি অলপ যেন অস্বস্তিহে পালে। সেই অস্বস্তিৰ ভাব কাটিবৰ কাৰণে মাকে বিমাক ক'লে, 'নহয়, মোৰ যি অৱস্থা হৈছিল এতিয়া নিজ চকুৰে তেওঁৰো সেইটো অৱস্থা দেখিলে হলেবে হুল উলিয়াই দিয়াৰ দৰে শান্তি পাম।' বিমাই একোকে নক'লে যদিও বৰ ভয় খালে। মাকে বা এতিয়া কি অপ্ৰীতিকৰ দৃশ্য এটাৰ ৰচনা কৰে। কি কৰিব পাৰে বাৰু মাকে। বিহুকে তিহুকে বকি দিব নেকি। তেতিয়া কি হ'ব। মাকৰ এই অস্বাভাৱিক পৰিকল্পনা আৰু সম্ভাব্য বাপ আৰু দৃশ্যৰ কথা ভাবি বিমাৰ বুকুৰ ভিতৰত টপটপনি লাগিল।

বহি থকা মানুহজনীক দেখিয়েই বিমাৰ সন্দেহ হ'ল— কোনজনী তাইৰ মাক। উদাসভাৱে খিড়িকীৰে চাইছিলে চাই বহি থকাজনী নে নাই তাইৰ লগত বিস্নাত অহাজনী। মানুহজনীৰ ওচৰত বহি থকাজনীয়ে পৰিচয় কৰি দিলে, "সেয়া বিজয়

ৰৰদলৈৰ মাক।" ক'বলৈহে পালে দুয়োজনী মানুহৰ ওঁঠ দুখন বেকা হৈ গ'ল। ইজনীয়ে সিজনীলৈ চাই আছে। বিম্রাৰ মাক আগবাঢ়ি গ'ল। আৰু এসময়ত ইজনীয়ে সিজনীৰ ডিঙিত ধৰাধৰি কৰি হিয়ালি-জিয়ালিকৈ কান্দিবলৈ ধৰিলে। এতিয়া বিবেক দত্তৰ মাক আৰু বিভৱ ৰৰদলৈৰ মাক দুয়ো ডিঙিত ধৰাধৰিকৈ কান্দিছে। বিবেক দত্তই বিভৱ ৰৰদলৈক গুলীয়াই মাৰিছিল আৰু আৰ্মীৰ মানুহে বিবেকক গুলীয়াই মাৰিলে ধৰিবলৈ গৈ। নিজ পুত্ৰৰ হত্যাকাৰীৰ মাকৰ দৃশ্য চাই সুখ পাবলৈ যোৱা বিভৱৰ মাকে পুত্ৰ হত্যাকাৰীৰ মাকৰ ডিঙিত ধৰি কান্দিছেহে। দুয়ো এতিয়া একেই শ্ৰেণীৰ— পুত্ৰহাৰা মাতৃ। □

(১৯৯২)

# উদ্দীপ্ত পণ

মাজনিশাখন ল'ৰাটো ওলাই গৈছিল। কেতাই কুকলীয়াইছিল। দুৱাৰত কোনোবাই টোকৰ দিছিল। চেহাৰাই সাৰ পাইছিল ল'ৰাটো। কিম্বা লিখালিখি কৰি আছিল, এঘণ্টামানৰ আগতে শুইছিলহে। ইতিমধ্যে মই সাৰ পাইছিলোৱেই। সি মোৰ গাত হেঁচুকি কৈছিল, "মা মই যাওঁ। বেছি পলম হ'লে বিপদ হ'ব।" মোক লাইট জ্বলাবলৈ সি বাধা দিলে— আৰু মই আন্ধাৰে-মুখাৰে তাৰ গাত ধৰিছিলো। তাৰ গাত হাত ফুৰাব খোজোতেই সি ওলাই গ'ল। আনেদিনৰ পিচত সি ঘৰলৈ আহিছিল। পোহৰত তাৰ মুখখন ভালকৈ নেদেখিলোৱেই। লাইট নথকাত চাকিৰ বন্তা পোহৰত তাৰ মুখখন দেখিছিলো। ডাড়িবোৰ দীঘল হৈছিল। চুলিবোৰ শুকাই আছিল। যেতিয়া লাইট আছিল সি কোঠাৰ দুৱাৰ খিৰিকি বন্ধ কৰি কিবা লিখাপঢ়া কৰিছিল। মাজনিশা ল'ৰাটো ওলাই গৈছিল। মোৰ ল'ৰাটো মাজনিশা ওলাই গৈছিল। আৰু— আৰু আজি গৌৰা সি ঘূৰি আহিছে। মোৰ ল'ৰাটো সেয়া মোৰ ওচৰলৈ ঘূৰি আহিছে। মই জানো নহয় মাৰৰ ওচৰলৈ সি ঘূৰি আহিবই। আহিছে। সি ঘূৰি আহিছে।

মই তাক বহুতবাৰ কৈছিলো যোৱালো তহঁতেনো কি পথটো লৈছহঁত। এইটো পথৰ বাহিৰে আৰু পথ নাছিলনে? এই গোটেই পথটোত দেখোন চোকা দাঁত নখৰ হিংস্ৰ পশুৰেই পশু। কেনেই মহাত্মা গান্ধীয়ে দেখোন সেন্দুৰীয়া পথ বান্ধি থৈছে। তহঁত সেই পথেৰে যাব নোৱাৰনে? মোৰ কথা শুনি সি হাঁহিছিল। সেইদিনা তাৰ লগত আৰু তিনিজনা আৰু চাৰিটা ল'ৰা আছিল। সিহঁতেও হাঁহিলে। মোৰ ল'ৰাটোৱেই ক'লে যোৱলে মা, গান্ধীৰ কথা নক'বা। গান্ধীৰ হাতত থকা লাখুটি ডালেৰে সমুখত খোট মাৰিবলৈ যেটতেলা কেটীসাপটোকে টঙনিয়াব নোৱাৰি। আৰু সেই সুবিধাতেহে কেটীসাপবোৰে আমাক চাৰিটকলৰ পৰা খুটিছে। বিষ বাষ্পৰ উদ্গীৰণ কৰি আমাক মৃতপ্ৰায় কৰিছে। আৰু এটা কথা নহয় মা— সেই সিহঁতক তোমালোকেই বুকুত কাতৰ হৈ মুকুল পিয়াহ খুৱাইছিলা। কোলাত শুৱাইছিলা। তাৰ পাচত গাত বল পাই কোলাত নিৰাপদ আশ্ৰয়ত শুবলৈ পাই

সিহঁতে মূৰ তুলিলে আৰু দাঁতেৰে তোমালোকৰ পিয়াহ কৰচি চেৰালে। পিঠিত কামোৰ মাৰিলে। কোলাত আওঠাৰ টোপোলা থ'লে। সেই নিজৰ জয় ঠাইৰ পৰা খেদা খোৱাবোৰে, নিজৰ মাতৃয়ে ঠেকেচা মাৰি দিয়াবোৰে তোমাৰ বুকু কৰচি চোৰোৱা নাইনে? এতিয়া অতিথি কোন— গৃহস্থ কোন? লেৰ-বাই অহা খিনিয়েই দেখোন এতিয়া তোমাক আৰু তোমাৰ সন্তানক লেৰবোৱাই দিছে। আমি বগুৱা বায়ো থিয় হ'ব পৰা নাই। থিয় হ'ব খুজিলেই ভিণ্ডিত গছকি ধৰে। তাৰ পিচতো সিহঁতক তুমি চাদৰেৰে ঢাকি ৰাখিছা। লুকাই ৰাখিছা। আৰু তাকে দেখি হাতত লাখুটি লোৱা গান্ধীয়ে চকু মুদি তল ওঠটো তিতাখোৱা শিশুৰ দৰে বিদৰাই আছে। সিহঁতে আৰু বহুত কথা কৈছিল। মোৰ চকুপানী ওলাইছিল। আৰু সিহঁত মোৰ ওচৰৰ পৰা ওলাই গৈছিল। গ'ল যে গ'লেই। চকুৰ আঁৰ নোহোৱালৈকে মই সিহঁতক চাই আছিলো। সেই মোৰ ল'ৰাটো—

মোৰ ল'ৰাটো বহুত দিনৰ পাচত ঘূৰি আহি মাজনিশাখন ওলাই গৈছিল। আৰু আজি সেয়া সি মোৰ ওচৰলৈ ঘূৰি আহিছে।

মোৰ ল'ৰাটোৰ মতে আমি কোন কাহানিবাই ভুল কৰিলো। সোণ বুলি পকা আওঠাৰ টোপোলা বান্ধি বুকুত ল'লো। যিবোৰক নিজৰ মাকেই বুকুৰ পৰা দলিয়াই পেলাইছিল সেইবোৰক আমি বুকুত সুমুৱাই লৈ পিয়াহ খুৱাইছিলো। যিবোৰক সহোদৰেই পদাঘাত কৰি খেদি পঠাইছিল সেই অজিনশাতকীবোৰক আমি কোলাত তুলি আনি বৰঘৰৰ মজিয়াত বিছনা পাৰি দিছিলো। সিহঁতে লাহে লাহে আমাৰ বুকু খুলি খুলি খাবলৈ ধৰিলে আৰু আমাক কেকোৰাৰ খোলালৈ ৰূপান্তৰ কৰিলে। আমাৰ বৰঘৰৰ মজিয়াৰ পৰা লাহে লাহে সিহঁতে ঠেলি ঠেলি আনি আমাক ৰাজ আলিত ৰাখিলেহি। আমি হাতত ভিক্ষাৰ জোলোঙা লৈ আমাৰ ঘৰৰ চোতালত অতিথি হৈ মা ভিক্ষা, মা ভিক্ষা বুলি আটাহ পাৰিছো। মোৰ ল'ৰাটোৱে মোক কয় যোলে মা আমাৰ এই অৱস্থাৰ বাবে পৰিব্ৰাজক আৰু ঐতিহাসিকসকলেই দায়ী। তেওঁলোকে অসমীয়া জাতিটোক উদাৰ, অতিথিপৰায়ণ, ক্ষমাশীল, মৰমীয়াল বুলি সোণালী আখৰেৰে লেখি থৈ বিশ্বৰ চাৰিওদিশে প্ৰচাৰ কৰি দিলে। সেই সুযোগতে মাকে ঠেকেচা মাৰি দিয়াবোৰো আমাৰ বুকুলৈ আহিল। আমাৰ বেয়া হোৱাৰ উপায় নাই— কাৰণ আমাক ঐতিহাসিক ভাল জাতি বুলি কৈ গৈছে। মোৰ ল'ৰাটোৱে বহুত কথা কয়। মই ভেবা লাগি শুনি থাকো। সি ইমানবোৰ কথা জানে। সি ইমানবোৰ কথা ভাবিব পাৰে! নোৱাৰিব কিয় সি শতকৰা আশীৰ ওপৰ নম্বৰ লৈ পৰীক্ষাবোৰ পাছ কৰিছিল।

মাজনিশা ওলাই যোৱা মোৰ ল'ৰাটো সৌৱা মোৰ ওচৰলৈ ঘূৰি আহিছে।

মাজনিশা ল'ৰাটো ওলাই যোৱাৰ পাচত মোৰ আৰু টোপনি অহা নাছিল। মাজনিশা ওলাই যোৱা ল'ৰাবোৰক আমি দহমাহ দহদিন গৰ্ভত ধাৰণ কৰিছিলো। আমাৰ পোৱা পেট। টোপনি আহে কাৰ পৰা। পুৱাই ঘৰৰ চাৰিওকালে দপ্‌দপনি। মই উচপ খাই উঠিলো। পুলিচ। হাতে হাতে বন্দুক-ৰাইফল। মোৰ ল'ৰাটোৰ অপৰাধ কি? সি

# ৰোজা

গফুৰৰ বেমাৰ। বেমাৰ মানে আজিৰ নহয় কিছুদিন ধৰি লাগিয়েই আছে। পুৰাবে পৰা ল'ৰা-ছোৱালী কেটাই কলৌ মলৌ লগাই আছে। শুকান কটি এখন চোতালত পেলাই দিলে যেনেদৰে কাউৰী কেইটামানে টনা আজোৰা কৰে ঠিক তেনেদৰে যেন পুৱাবে পৰা গফুৰকো মাজত লৈ ল'ৰা ছোৱালী কেইটাই টনা-আজোৰা কৰিছে। গফুৰে এটা কথা ভাবি নাপায় যে খাৰলে নোহোৱাবোৰৰ ঘৰত আল্লাই ল'ৰা ছোৱালী কিয় বেছি দিয়ে। যাৰ ধনে-ধানে উপচি আছে তাৰ ঘৰত ল'ৰা-ছোৱালী নাই। এটা বা দুটা। কিন্তু যাৰ এসাজৰ পাছত সিসাজৰ চিন্তাই ঘাই চিন্তা তাৰ ঘৰত ল'ৰা-ছোৱালী খেৰৌ-খেতৌ। আনোৱাৰ চৰকাৰী অফিচাৰ। ফৰেষ্টত কাম কৰে। ঘৰো দুটা, গাড়ীও দুখন, তিৰোতাও দুজনী। মন গলতে সুন্দৰী খুলশালিজনীকো ৰাখি থ'লে। দিনে মাছ মাংসতে হেনো এশ টকা খৰছ কৰে। নকৰিব কিয় ? ৰৌমাছৰ কিলোত আশী টকা। কণীৰ গোটে ডেড় টকা। মাংসৰ কিলোত ষাঠি টকা। মাছ মাংস কণী নোহোৱাকৈতো এসাজো নাখায়। কিন্তু ল'ৰা-ছোৱালীও দুটাহে। গফুৰৰ ! ভাবিব নাপায় যদিও গফুৰে প্ৰায়েই ভাবে এইটো আল্লাহ তালাহৰ অবিচাৰ বুলি। পাঁচোটা ল'ৰা-ছোৱালী তাক কিয় দিব লাগে। মাটিবাৰী নায়েই। যি আছিল তাকো বিক্ৰীত গ'ল, বন্ধকত গ'ল। কাম পালে দিন হাজিৰা কৰে নাপালে নাই। আৰ তাৰ পৰা কচু-কোমোৰা লাও জিকা তোল কিনি সি চক বজাৰত বহে। তাতো দাম দৰ। গৃহস্থৰ পৰা টকাত তিনিটাকৈ ঔ টেঙা কিনি সি বজাৰত দুটাকৈ বেচিব খুজিছেহে লাগেই নহয় টকাত চাৰিটাকৈ। ইমান ভাল পোছাক-পাতি পিন্ধা মানুহ। মতা মানুহৰ ডিঙিতো সোণৰ চেইন। তথাচ দাম দৰ। টকাত চাৰিটাকৈ ঔ টেঙা লাগিবই। বোলে বনৰীয়া বস্তুৰ ইমান দাম ল'ব নাপায়। আজিকালি বনৰীয়া বুলি কিবা কথা আছেনে ? বনৰীয়া যদি আছে আজিকালি মানুহহে বনৰীয়া আছে। আইন একো বস্তু আজিকালিৰ দুনীয়াত বনৰীয়া নাই। পাহাৰ বগাই এখেলা পৰ

বুটলি আম্ৰতলীয়া ঢেকীয়া শাক দহমুঠি আনিব— তাতো দাম কৰ। টকাত দুমুঠি বেছি দাম হৈছে। নিয়মমতে টকাত বোলে পাঁচ মুঠিকৈ দিবই লাগে তথাচ চাৰিমুঠি লাগিবই। চিঞৰি ক'ব, "বনৰীয়া বস্তুৰ ইমান দাম ল'বলৈ তোমাৰ মাথাত বিউ আছেনে নাই!" সেইটো কথাতে শত শগুন পৰাদি চাৰিওফালৰ পৰাই নীতিবাগিশ সকল গোট খালেই নহয় যেন কেচাৰিতহে উকীলৰ জুম। ইমান দাম লোৱাটোৱে যে অন্যায় হৈছে বিভিন্ন জনৰ ওকালতি। ডাবি-ধমক। গফুৰে বা বজাৰত বহা গফুৰহঁতে একোকে মাতিব নোৱাৰে। এদিন পিছে এজন ডেকাই উভতি ধৰিলে বোলে এই হালছিগা ভিকচুকেটাৰ ওপৰত যে ৰৰমতা দেখুৱাইছে— পাৰিবনে মাৰোৱাৰীৰ দোকানত। মহুৰ দাইলৰ কিলোত ওঠৰ টকা-চাৰিঅনা কমাই আনকচোন চাওঁ। মিঠাতেলৰ লিটাৰত চল্লিশ টকা পঞ্চাশ পইচা কমাই আনকচোন চাওঁ। অ' বলীক মূৰ দোৱাই প্ৰণাম কৰা আৰু দুৰ্বলীক ধৰি-বান্ধি মাৰা। তেনেকুৱা দুই-এটা ডেকা বা মানুহ বজাৰখনত নথকা নহয়। পিছে কম।

গফুৰৰ গা বেয়া। এই কেইদিন একো কৰিবও পৰা নাই বজাৰলৈয়ো যাব পৰা নাই। অথচ ৰোজা আছে। ৰমজান মাহ। ক'বলৈ গ'লে গফুৰহঁতে গোটেই বছৰটোতে ৰোজা ধৰিয়েই থাকে। কিমান সাজযে লঘোনে থাকে! সেয়াই জানো ৰোজা নহয়। সেই বাবেই গফুৰে ঘৈণীয়েক সোণমাইক কৈছিল বোলে আমাৰনো কি ৰোজা আছে অ'। বছৰটোৰ বাবেও মাহে হেলা চোবোকাকে আমি ৰোজা ধৰিয়েই থাকোহঁত। পিছে ক'লেহে ঘৈণীয়েকে কথাষাৰ নামানিলে। হেৰিবে ঠিকেই কয় বোলে দুখীয়া নিচলাৰ চৰলৈকে ভয়। ঈশ্বৰলৈয়ো ভয়, ৰজালৈয়ো ভয়। ভূতলৈয়ো ভয়, ৰজাৰ অনুচৰলৈয়ো ভয়, দলালৈয়ো ভয়— মুঠতে ভয়েই ভয়। দুখীয়া নিচলাক অলপতে চৰে পায়ো। ৰোজা নধৰিলে কিজানি ডাঙৰ গুণাহ হ'ব— আল্লাই বেয়া পাব; আল্লাই বেয়া পালে অপায় অমঙ্গল অসুখ অশান্তি হ'ব! সেইবোৰেই ভয়।

শুকান কটিৰ টুকুৰাটো কাউৰীয়ে টনা আজোৰা কৰাৰ দৰে পুৱাৰে পৰা যেন ল'ৰা-ছোৱালী মখাই গফুৰক চাৰিওফালৰ পৰা টনা-আজোৰা কৰিব ধৰিছে। কিনো কৰিব সি! তাৰ একো উপায়েই নাই। আগৰ বেমাৰটো কিছুদিন অপমাৰি থাকি আকৌ উক্ দিছে। উদ্‌কাই ৰোগ। উপাহ লওতে আজুৰি আজুৰি ল'ব লাগে। বুকু বাজে। কেতিয়াবা এনেকুৱা কাহে ধৰে যেন উপাহ নুফুৰিবই। বতৰটো এনেকুৱা সেমেকা হ'লেই তাৰ বিকাৰটোৱে উক্ দিয়ে। কেবাদিনো সি কেনিও ওলাই যাব পৰা নাই। কামবন বিচাৰিলে তেনেকৈ নোপোৱা নহয়— মানুহৰ বাৰীবোৰত অলেখ কাম। কিন্তু কৰে কেনেকৈ বিচনাৰ পৰা উঠিবই নোৱাৰে। তথাচ কালি টকা লোৱাই অভয়চীয়াৰৰ ঘৰলৈ গৈছিল। আগতে হাজিৰা কৰাৰ বাবদ তাৰ হিচাপত কুৰি টকা আৰু অভয়চীয়াৰণীৰ হিচাপত বাৰ টকা পাবলৈ আছে। নাই দিবিলে। দৰ্মহাকে পোৱা নাই বোলে। সেইবোৰ মানুহবো আকৌ দৰ্মহাৰ কথা আছেনে? লুকলে

কোৱা মতে সেইবোৰ মানুহৰ দৰ্মহা কেনেকৈ বেছি নহয় কিন্তু বাহিৰা পইচাৰ লেখ-জোখ নাই। ফুলৰ মাটিৰ লগত বোলে দৰ্মহা সমান। পিছে লগৰতে চাৰি টুকুৰা মাটি আছে। দুটা পকাঘৰ আছে। ল'ৰাটো গুণ্ডা। ক'ৰবাত ধন ভৰি পঢ়ুৱাই আনিছে। ইয়াত পঢ়িবলৈ ছিটি নাপায়। ধন ভাঙিলে। ল'ৰা আহি এতিয়া ব্যৱসায় কৰে। কি ব্যৱসায় কৰে ? দিনৰ দিনটো মটৰ চাইকেলত উঠি ঘূৰি ফুৰে। মুকলে কোৱামতে ড্ৰাগৰ ব্যৱসায় কৰে। ড্ৰাগনো কি বস্তু জানো। বাপেকটোক দেখিলে খং নুঠে— কিন্তু হতশ্ৰী হোৱাটোক দেখিলেই টিঙিচকৈ খং উঠে। তথাচ দৰ্মহা নাই পোৱা মুদি গফুৰৰ পাওনা টকাকেইটা দিবই নোৱাৰিলে। বহি বহি গুটি আহিল। বেমাৰটোৱে উক্ দিলে ক'ৰবাত বহিলেই উঠিবলৈ মনেই নাযায়। একো উপায় নেদেখি বাটতে আনোৱাৰৰ তাতো সোমাই আছিল। কওঁক নকওঁকৈ টকা কুৰিটা ধাৰলৈ বিচাৰিলে। একে আষাৰেই ক'লে বোলে খুচুৰা পইচা নাই। অথচ গফুৰ বহি থাকোঁতেই সৰুজনী ঘৈণীয়েকে ল'ৰাক ললিপপ নে কি কি বুলিছিল কিনিবৰ বাবে দহ টকীয়া এখন থিতাতে চকুৰ আগতে উলিয়াই দিলেই। সেই বোৰেই সংসাৰ।

বোজা ভঙাৰ পৰত কলোঁ মনোঁ। ল'ৰা-ছোৱালী থকাৰ চিঞৰ বাখৰ খেন্-খেন্নি। ডাঙৰজনী ছোৱালীৰ ন বছৰমান হৈছে। তাই অলপ বুজা হৈছে। তাই বিশেষ চিঞৰ বাখৰ কৰা নাই। কিন্তু বাকী চাৰিটাই মাকৰ মূৰটোকে তোৰাও যেন কৰিছে। চাউল আছিল ডেৰটেমা। তাকে মাৰভাত কৰিলে। লগতে অমিতা কলি তিনিটাও কুটি সিজাই দিলে। নাটে। সিহঁতক আৰু লাগে। বাপেকলৈ আঁৰ কৰি থোৱা পিয়লা বাটিটোত থকা মাৰ ভাতখিনিও কোনোবা টলকত এটাই খাবলৈ ধৰিলে। মাকে পিঠিত বাঘথকা লগালে। তাতে পাতালফটা চিঞৰ বাখৰ। গফুৰ আৰু ঘৈণীয়েকে ফিকা চাহ এবাটি এবাটি নিমখ দি খাই শুই থাকিল। ক'ত টোপনি আছে। ৰাতিৰ ৰাতিটো চিন্তা কৰি পাৰ নাপালে। কাইলৈ দোক মোকালিতে আকৌ চিঞৰ বাখৰ হ'ব। খাবলৈ লাগিব। নিয়ম হৈছিল হৈছিল যদি বোজা ধৰাৰ নিয়মটো আৰু অলপ বেলেগ হ'লহেঁতেন। বোলে গোটেই ৰমজান মাহটোতে ঠাণ্ডা পানীৰ বাহিৰে দিনে ৰাতিয়ে একো খোৱাৰ নিয়ম নাই। তেতিয়া হ'লে বা কেনে নিয়ম এটা কোৰাণত থকা হ'লে গফুৰহঁতৰ দৰে মানুহবোৰে অন্ততঃ এমাহলৈ শান্তিত থাকিব পাৰিলেহেঁতেন। ভোকতহে থাকিলহেঁতেন কিন্তু ল'ৰা-ছোৱালীৰ এই চিঞৰ-বাখৰ অশান্তিবোৰ নাথাকিল হেঁতেন।

কিছুমান মানুহ যে দিনে দিনে ইমানকৈ কেনেকৈ ধনী হৈ গৈছে জানো। মুকলে ঠিকেই কৈছে কিছুমান দিনক দিনে ধনী হৈ গৈছে আৰু কিছুমান দিনক দিনে বেছি দুখীয়া হৈ গৈছে। সিহঁতৰ বাবে ভোট, চৰকাৰ, গান্ধী, নেহৰু, ঈশ্বৰ, আল্লা সব মিছা বুলি কয় মুকলটোৱে। সিহঁতৰ বাবে যেনো ভোকেই সত্য-ভাতেই সত্য। ল'ৰাই মিছা কোৱা নাই। গাঁৱৰ ভিতৰতে সেইটো ল'ৰা বেলেগ।

ৰাতিৰ বাকিটো টোপনি নাহিল গফুৰৰ। বৈশীয়েকৰো বোধহয় টোপনি অহা নাছিল— বাগৰি থাকোঁতে পুৰণা বিচনাখন কেৰ্‌কেৰাই মেৰ্‌মেৰাই থকা শুনিছিল। বোধহয় শেষ নিশাৰকালে গফুৰৰ তিল্‌মিল্‌কৈ টোপনি আহিছিল সেয়ে আজান দিওঁতে সাৰ পালে। এই মানুহটোৱে আজান দিয়ও নাজানে। আজান শুনিলে গা শাঁত পৰি যাব লাগে পিছে এই মানুহটোৰ আজান শুনিলে খংহে উঠে কিম্বা শিলত টেমাৰ সাকৰ ঘঁহাৰ নিচিনা লাগে মাতটো। তাতে মাজে মাজে কাহি থাকে। নাকাহিব কিয় যিমানহে বিড়ি হুপি থাকে। যমজাল মাতৰ আজান। আজান শেষ নহ'লেই ঘৰখনত কণৌ মণৌ লাগিলেই।

খি খাবলৈ দিব। কি আছে ঘৰখনত। মানুহজনী বিছনাৰ পৰাই উঠা নাই। গফুৰেও ভাবি-চিন্তি একো পাৰ পোৱা নাই। কিবা কাৰণত গফুৰৰ বৈশীয়েকলৈহে খংটো উঠিল। বছেৰেক দুবছৰে মানুহজনীয়ে ল'ৰা-ছোৱালী নথ্য পালে। মাজতে দুটা নমৰা হ'লে সাতোটা হ'লহেঁতেন। এইবোৰকে ভাবি-চিন্তি থাকোঁতে গফুৰৰ আজিকালি বৈশীয়েকলৈ চিঙিচ্ চিঙিচ খংটো উঠি থাকে। ক'ৰবাৰ খং ক'ৰবাত মাৰে। হেজাৰ গালি পাৰিলেও মুখেৰে মাত নিদিয়া মানুহজনীয়ে কেতিয়াবা অসহ্য হৈ কয়— বোলে দুখীয়াৰ ঘৰত ছোৱালীৰ জনম হ'লে কেঁচুৱাতে আল্লাই মাৰি দিব লাগে। ক'ত কিনো দোষ লাগে থকিবই লোৱাবো— হওকো নহওকো মানুহটোৱে দকচি থাকে। পিছে যিমানেই খং উঠক বৈশীয়েকৰ তেনেকুৱা কথাবোৰ শুনিলে গফুৰ মনে মনে থাকে। কিমান আঘাত পালে এই নিমাতী মানুহজনীয়ে দুখ পোৱে গফুৰে জানে। সেই বাবেই সি মনে মনে থাকে। এতিয়া সেইজনী মানুহেই ল'ৰা-ছোৱালীজাকৰ লগত চিঞৰ-বাখৰ লগাইছে। গফুৰে বহুত ধৈৰ্য ধৰি চুপ আছে। তাকে নকৰিনো কৰিব কি? অক্ষম অসমৰ্থ পিতৃৰ বাবে সন্তানৰ ভোকৰ চিঞৰ বাখৰ যেন সঙ্গীত হৈ পৰে। মাকে সিহঁতক প্ৰতিশ্ৰুতি দিছে যে দুপৰীয়া যেনেতেনে ভাত খাবলৈ দিবই। পিছে ডাঙৰজনীয়েহে প্ৰশ্ন কৰিলে "এতিয়াই চাউল এমুঠি নাই দুপৰীয়ালৈনো ক'ত পাবি চাউল।" মাকে কি ক'লে গফুৰে বিছনাৰ পৰা শুনিলে যদিও ল'ৰা-ছোৱালীবোৰ কিছুসময় নিমাত হৈ পৰাত গফুৰে ভাবিবলৈ ধৰিলে কিনো যাক যাদু লগা কথাষাৰ ক'লে সিহঁতক মাকে। গফুৰ কাণ উনাই থ'ল।

পোহৰ হোৱাৰে পৰাই আকৌ চিঞৰ-বাখৰ লাগিল। যদিও দুদিন পুৰা লঘোন ভগাত কিবা কাৰণত গফুৰৰ বিকাৰটো পুৱাৰে পৰা কিছু কমা যেন লাগিল।

গফুৰে বিছনাত পৰি পৰিয়েই ভাবিবলৈ ধৰিলে কি উপায়েৰেনো ল'ৰা-ছোৱালীকেইটাক দুপৰীয়া ভাত এসাজ খুৱাব পৰা হয়। সি এনে এটা মানুহৰ নাম মনত পেলাব নোৱাৰিলে যে যাৰ ওচৰলৈ গ'লে টকা কেইটামান ধাৰলৈ পাব। যাৰে নাম মনলৈ আহে তাৰে আগৰ কথা মনত পৰিলে ভোকচোৱাই পৰে। বিছনাৰ পৰা উঠিবলৈ চিন্‌তাৰি সি উঠিল। উঠি বহিলে সেঁ পুৰাকল কোণাৰ ভাতত যে এনেকৈ কম খেলোকেন

চালে। একে লেথাবিয়ে বেছিপৰ চাৰ নোৱাৰিলে— মূৰটো ঘূৰুওৱা যেন লাগিল। গছজোপাত ধৰি সি আকৌ ওপৰলৈ চালে। ভালকৈ পূৰঠ নাই হোৱা যদিও পূৰা কল কুমলীয়া হৈ থাকিলেহে গ্ৰাহকে বেছি ভাল পায়।

আগৰ ফালৰ দুআশী কল ঘৰলৈ ৰাখি তিনি আশী তিনি আশীকৈ কল দুজোকা মাৰিডাঙৰ দুমূৰে বান্ধি গফুৰ বজাৰলৈ ওলাল। লগতে আঠবছৰীয়া পুতেক মকবুলকো ল'লে। মূৰ আচন্দ্ৰাই কৰিব পাৰে বুলিহে সি পুতেকক লগত ল'লে। মকবুলেও মনৰ আনন্দত বাপেকৰ লগত ওলাল। মাজে মাজে সিও বাপেকৰ কান্ধৰ পৰা কলৰ ভাৰখন নিজৰ কান্ধলৈ লয়। দুই কিলোমিটাৰ বাট যাওতে গফুৰৰ এঘণ্টাৰ বেছি সময় লাগিল তাতে কেৰাবাৰো বৈ বৈ দোকানৰ বাৰাণ্ডাই বাৰাণ্ডাই বহিহে যাব পাৰিছে।

দুখীয়াৰ দুখ নুগুচা কথাটো সঁচাহে যেন হ'ল। কল দুআশী ৰস্তাটোত মেলি লৈ বহিছেহে তেনেতে লাগিলেই নহয় হুলস্থুল। ক'ত কি হৈছে কোনেও একো গমেই নাপালে মাথো মানুহ দৌৰিছে হাতত টালি টোপোলা লৈ মানুহ দৌৰিছে। একোকে তত ধৰিবলৈ নাপাওঁতেই দুটামানে গফুৰৰ আগৰ কলখিনিতে জুতি মাৰি ওফৰাই থৈ গ'ল। লৰালৰিকৈ সামৰি সুতৰি কথমপিহে গফুৰ বাহিৰ ওলাল। এহাতে মকবুলক ধৰি সি দৌৰা দৌৰি কৰা মানুহবোৰৰ মাজেৰে আহি পকা ৰাস্তাত উঠিলহি, ওচৰেদি একেই কোবেৰে পাৰ হৈ যোৱা বেবন ককাইটিক সুধিলে, "বোলে কোৱাইটি কথাটো কিহে ? কি তত ধৰিলা তুমি ?"

"এ সেই অভয়চীয়াৰৰ ল'ৰা ৰৰজহনীটো।" বেবন কোৱাইটিয়ে ক'লে।

কি হ'লনো ?

এনেকুৱা ৰৰজহনী ল'ৰা জন্ম হওঁতেই মাকে নেলুটোত টিপামাৰি মাৰি পেলাব লাগে। ৰৰজহনীটোৱে নিজেও মদ এসোপা খায় আৰু বোলে কিবা ভাবগৰ বেপাৰ কৰি সংসাৰৰ ল'ৰা-ছোৱালীবোৰ নষ্ট কৰিছে।

পিছে এতিয়া কি হ'ল ?

কি হ'ব আৰু সেই কেনায়ে ক'ৰবাৰ পৰা কাজি নেমু কেইটামান আনি বহিছিলহে। জোৱাই চাৰি টকা ক'লে। তাতে ৰৰজহনীটোৱে উভতি ধৰি কিবা মানুহটোৰ চুলিকোচাত ধৰি থাপৰ লগালে। তাতে হ'বলা দুটামান ডেকা ল'ৰাই ৰৰজহনীটোকো ধৰি যোজাকেইটামান লগাই দাঁত ভাঙি দিলে। তাতে মিলিটেৰী আহি এফালৰ পৰা খুন্দি গ'ল নহয়। মোৰ বজাকৰি দুটামান কাবোবাৰ জুতিত উফৰি গ'ল" বুলি বেবন কোৱাইটিয়ে পিছলৈ নাচাই খোজ দিছে। বেবনৰ লগত গফুৰ আৰু মকবুলে খোজ দিব পৰা নাই।

যদিও আহি আছে তথাচ গফুৰৰ মনটো লগত নাই। সি মনে মনে ভাবিলে যে তাতে বহি থকা হ'লেই ভাল আছিল। মিলিটেৰীয়ে মাৰ মাৰি তাতে তাকে মাৰি

পেলোৱা হ'লেই ভাল আছিল। এতিয়া ঘৰত কি কৰিব। কল কেআণীকে থিয়াই আহিছিল। সেইফলে সেয়া হ'ল। এতিয়া কি হ'ব। হয়, সঁচাকৈয়ে শুদা মুখে ঘৰলৈ ঘূৰি গৈ আকৌ সেইজাকৰ মাজত পৰাতকৈ মিলিটেৰীৰ মাৰত পৰা হ'লেই বেমাৰী দেহাটোৱে শান্তি পালেহেতেন।

পিছে এতিয়া ঘৰলৈকে যাবিনে-বেবনে সুধিলে।

আৰুনো ক'লৈ যাবা কোৱাইটি।

বহুত দিন আমাৰ ফালেও পাক মৰা নাই বৌৱেৰে সিদিনা সুধিছিলহে বোলে গফুৰটোক দেখা নাইনে— ভালেদিন অহা নাই। পিছে আজি গ'লে লাভ নহ'ব নহয়।

কিয় ? বৌ ঘৰত নাই নেকি ?

আছে, নেথাকি ক'লৈ যাব। কিন্তু তোৰ বোজা নাই জানো। চাহপানী অকণ নোখোৱাকৈ কেনেকৈ আহিবিনো। সেই বাবেহে কৈছো।

বজাৰলৈনো কি আনিছিলা কোৱাইটি ?

হেৰ কিটো আছে আনিবলৈ, কোনেও নোপোচা বৰাকৰি ছটামানে, কলডিল দুটাই বিলাহী দুসেৰমানে গোটাই আনিছিলো। হাতত লেশকৈ পইচা এটা নাই। ঘৰখনত কেৰাচিন তেল এটোপাল চাকি জলাবলৈ নাই, তাতে বৌৱেৰৰ মূৰকুৰণী এটা আছে নহয় ; পিলকেইটা খাই থাকিলে অলপ বাক পাই থাকে। সেইবোৰকে ভাবি-চিন্তি আহিছিলোহে— তালৈকে সেয়া হ'ল। এৰা দুখীয়াৰ দুখ আৰু চকু দুটা নুমুদালৈকে অন্ত নহয়। বাৰু যদি ব'ল নহ'লে।

ব'লা এতিয়াইনো ঘৰলৈ গৈ কিটো কৰিবা। অতে মোৰ গাটো নিচেইকৈ ভাল নহয় ; বোজাও সেইবাবে মই ধৰা নাই।

ব'ল তেনেহ'লে ভালহে বেমাৰী মানুহে কি বোজা ধৰিবি পৰ্‌থমে শৰীৰটোহে ডাঙৰ কথা— পিছতহে ধৰ্ম-কৰ্ম। ব'ল।

বেবনৰ সৰুটো পুতেক যাদৱ মকবুলৰ লগৰ। মকবুলে গোটেইবোৰ কথা যাদৱক ক'লে। যাদৱে মাকক ক'লেগৈ। সেই কাৰণে মাকে গফুৰ আৰু মকবুলক ভাতকে খাবলৈ দিলে। ঔটেঙা দিয়া মাটিমাহ গফুৰৰ কফৰ বিকাৰৰ বাবে বৰ বাৰু নহয় যদিও নিজেই খুজি খালে। মোকোহা মোকোহে ভাত খাই থাকোতেই গফুৰৰ ঘৰলৈ মনত পৰিল। ঘৰত চাগে সেইকেটাই মাকক খাওঁ যেন কৰিছে। কথাটো ভৰাৰ লগে লগে গফুৰে যেন ভাত গিলিবকে নোৱাৰা হ'ল। মকবুলে ভাত আৰু খুজিলে।

গফুৰে মনতে ভাবিলে বেবন কোৱাইটিৰ হাতত পইচা দুটামান থকা হ'লে কলকেআণী তেওঁকেই দি থৈ পইচা কেইটাৰে চাউলকে দুই কিলো লৈ গ'লহেঁতেন। কিন্তু তালৈকে মানুহটোৰ হাতত পইচা এটাও নাই। তেনেহ'লে কল কেআণী ক'ত

দি পইচা কেইটা মান ল'ব।

গফুৰ থাৰলৈ উঠিল। লৰালৰিকৈ মানুহজনীয়ে পুৰণা মোনা এটাত টোপোলা এটা দিলেহি— "চাউলকেইটা লৈ যোৱা।"

এস্ নেলাগে বৌ; তোমালোকো বৰ চহকী নহয়; দুটাই পেট ভৰাই খালোৱেই।

নিয়া নিয়া; ঘৰত বোলে খুদ চাউল এটাও নাই। ঘৰে ঘৰোৱাহে লঘোণ।

"এ নহয় বোজা আছে নহয়।" গফুৰে ক'লে।

বোজা আৰু দিনে ৰাতিয়ে নহয়। ল'ৰাই কৈছে নহয়— কালিও খোৱা নাই বোলে। মানুহজনীয়ে দবীৰ সুৰতে ক'লে।

হেৰ' তাকেনো কোৱা নাই কিয়? তোৰ নাই কি হ'ল মোৰ এমুঠি সইহঁতে আছে নহয়। ল'ৰা-ছোৱালী লঘোণে থকাটো কম কথানে। তই মোক লাজতে নক'লি কেলেই। কোৱাইহঁতি খুলি মাত যেতিয়া তই মোৰ ভাই। বন্দিহে ককায়েৰকে নিজৰ দুখৰ কথা এটা পেট খুলি নকলি তেনেহ'লে কোৱাইহঁতি খুলিনো কিহৰ গৰজত মাত। হেৰ তোৰে মোৰে জাত একেটাই-টোকোনা। আমি টোকোনাৰ জাত। টোকোনাৰ লাজ-কাজ মান অপমান নাই। টোকোনাৰ মৰমহে থাকে। তই তোৰ ল'ৰা-ছোৱালী কেইটাৰ লগতে ঘৰে ঘৰোৱাহে লঘোনে থাকিবি সেইটো কথা জনাৰ পাছত আমিনো কোনটো সত্তেৰে ভাত খাম? যা যা বেগেতে লৈ যাক চাউলকেইটা লৈগৈ— ল'ৰা-ছোৱালী কেইটাক এমুঠি বান্ধি দিয়ক।"

গফুৰে আৰু কি ক'ব তাৰ দুতাল চেলা বগোৱাদি চকুপানী বৈ আহিল।□

(১৯৯২)